1957

# জগন্নাথ বৰুৱা কলেজ

## আলোচনী

### সান্ধ্য শাখা





# জগন্নাথ বৰুৱা কলেজ আলোচনী

(সান্ধ্যশাখাৰ)

## ১ম বছৰ ঃ ১ম সংখ্যা
## বাৰ্ষিক



অসমীয়া বিভাগ



উপদেষ্টা ঃ অধ্যাপক মহেন্দ্ৰ ভট্টাচাৰ্য্য
সম্পাদক ঃ দুৰ্গেশ্বৰ দত্ত

# বিজ্ঞপ্তি

এই সংখ্যা আলোচনীৰ সম্পাদক আছিল শ্ৰীপ্ৰফুল্ল গোস্বামী আৰু শ্ৰীমোহন প্ৰসাদ কালোৱাৰ আৰু এখেত সকলে এই আলোচনীৰ প্ৰবন্ধ ৰচা আদি ভালেখিনি কাম কৰি আলোচনী সম্পাদনাৰ কাম আগবঢ়াই দিছে। ইংৰাজী বিভাগৰ কাম প্ৰায় শেষ হোৱাৰ পাছত যোৱা ফেব্ৰুৱাৰী মাহতহে আমাৰ হাতত এই সংখ্যাৰ সম্পাদনাৰ ভাৰ পৰে। আমি এই দুয়োজনৰ ওচৰত কৃতজ্ঞতা প্ৰকাশ কৰিছো।

দুলাল ভট্টাচাৰ্য্য
দুৰ্গেশ্বৰ দত্ত
নথমল কলানী

# —বিষয়-সূচী—

——:❀:——

# জগন্নাথ বৰুৱা কলেজ আলোচনী

( সান্ধ্য শাখা )

যোৰহাট।

## —অসমীয়া বিভাগ—

প্ৰথম বছৰ ] ডিচেম্বৰ, ১৯৫৭ চন। [ প্ৰথম সংখ্যা



## শিল্পী শ্ৰীশঙ্কৰদেৱ

শ্ৰীঅতুলানন্দ গোস্বামী,
চতুৰ্থ বাৰ্ষিক, বিজ্ঞান।

চিন্তাক যিজনে জগতৰ সহজ বোধ্য ৰূপ দিব পাৰে তেৱেঁই শিল্পী। কোনোৱে এই ৰূপ দিয়ে গঢ়ি, কোনোৱে লিখি, কোনোৱে আঁকি আৰু কোনোৱে গাই। চিত্ৰকৰে যি ছবি খনি আঁকিব বা খনিকৰে যি প্ৰতিমা গঢ়িবলৈ লব তাৰ একোখনি নিখুঁট ছবি তেওঁৰ অন্তৰত আগেয়ে আঁকি ল'ব লাগিব; আৰু তাৰে অবিকল প্ৰতিচ্ছবি ফুটি উঠিব তেওঁ গঢ়া প্ৰতিমাত বা অঁকা ছবিত। প্ৰকৃত সঙ্গীতজ্ঞৰ সঙ্গীতে আগতে অন্তৰত ধ্বনি তোলে। লিখকৰ পট হিয়াত প্ৰথমে লিপিবদ্ধ হয়।

শ্ৰীশঙ্কৰদেৱ শিল্পী আছিল, তেওঁ অসমখনক গঢ়ি তুলিলে প্ৰায় আটাইবোৰ ঠাঁচেৰেই। অসমৰ ভাগ্যত এনে এটা যুগ আহিছিল, যি সময়ত শঙ্কৰদেৱৰ জন্ম নোহোৱা হেতেন হয়তো আজি আমি নিজকে অসমীয়া বুলি চিনি নাপালো হেতেন। অসমত 'এটা' অসমীয়া জাতি থাকে বুলি হয়তো জগতে কবই নোৱাৰিলেহেতেন।

শঙ্কৰৰ ঠিক ডেকা কাললৈকে অসমৰ বিভিন্ন ৰজাৰ শাসন। পূব অঞ্চলত চুটীয়া ৰজাৰ দেশ। দক্ষিণ পূবত কছাৰী ৰাজ্য। এই দুই ৰাজ্যৰ পশ্চিমে ভূঞা সকলৰ শাসন। একেবাৰে

পশ্চিমত বৰ্ত্তমান কোচবেহাৰ, তেতিয়াৰ কমতা ৰাজ্য আৰু এই সকলোবে মাজত পূৰ্ণ পয়োভৰে ৰাজত্ব কৰিছিল আহোম বংশই। ধৰ্ম্ম বা ৰাজনীতিৰ ক'তো অকনো মিল নাছিল। কলা কৃষ্টি যি আছিল, গাইগুটীয়া হোৱা বাবে সেই বোৰেও নাম ৰাখিব পৰা হোৱা নাছিল। কামৰূপত যোনি পূজাৰ পয়োভৰ। ঠায়ে ঠায়ে ধৰ্ম্মৰ নামত কেতিয়াবা প্ৰেতক, কেতিয়াবা দেৱতাক পূজা কৰা হৈছিল। কোনো কোনো ঠাইত ইন্দ্ৰজালময় তন্ত্ৰ-মন্ত্ৰই বৈদিক আচাৰৰ লগত মিশ্ৰিত হৈ একোটা বিকৃত ৰূপ লৈ ধৰ্ম্ম নাম ধৰিছিল। এই ধৰ্ম্মবোৰ একো একোটা শ্ৰেণীৰ স্বধৰ্ম্ম হৈ পৰিছিল। এই শ্ৰেণী গঠিত হৈছিল দুই চাৰিখন গাঁৱৰ মানুহেৰে।

ধৰ্ম্ম যেনেই নহওক, স্বধৰ্ম্মৰ প্ৰতি এবাৰ প্ৰীতি জন্মিলে তাক এৰা বা সংস্কাৰ কৰাটো দুৰূহ হৈ পৰে। ইয়াৰ সুস্পষ্ট পৰিণাম মতানৈক্য। বিশ্বাসে যেতিয়া বিবোধিতা কৰে ৰাজ্যত মানুহৰ মাজত কোনো প্ৰকাৰৰ সম্প্ৰীতি থকাটো অসম্ভৱ। অসমৰ সেই সময়ৰ খণ্ড খণ্ড ৰাজ্যবোৰৰ মাজত তেনে ধৰণৰ অসদ্ভাৱ আছিল বুলি বুৰঞ্জীয়ে নকয় যদিও, সময়ত সেই ভাবে দেখা দিয়াৰ যে যথেষ্ট আশঙ্কা আছিল তাক দুই কৰিব নোৱাৰি। কিন্তু সেই দুৰ্ঘটনা ঘটিবলৈ নাপালে।

এই অঘটন ঘটাৰ বাটত প্ৰথম বাধা কেনেকৈ পালে সঠিককৈ ক'ব নোৱাৰি। এদিন সন্ধ্যা লাগো লাগো হওঁতে, গোহালীত গৰু বান্ধি গঞাৰ প্ৰায়বোৰ মতা মানুহে ভৰি হাত ধুই জুহাললৈ পোনাইছে; ৰান্ধনীবোৰে লাগনি খৰি কেইডাল জুইত দিছে, ল'ৰা-ছোৱালী বোৰে আইতাক কুটুৰিছে সাধু কবলৈ; ঠিক এনে সময়তে ববদোৱাৰ মানুহবোৰ থৰ হৈ পৰিল। লাগনী খৰি পুৰি শেষ হৈ গ'ল, ভৰি মোছা গামোছাখন হাতৰ পৰা সৰি পৰিল, আইতাৰ ওচৰৰ ল'ৰা-ছোৱালী নিমাত হ'ল; সকলোবোৰ চ'ৰা ঘৰলৈ ওলাই আহিল; কোনোবা পছলিমুখ পালেগৈ। হতবস্তু; কাৰো মুখত মাত নাই। অনুভূতি শিথিল হৈ পৰিল। সকলোৱে কাণ থিয় কৰি শুনিয়েই থাকিল। ভাটিৰ পৰা ঘূৰি অহা শঙ্কৰৰ বহাৰ পৰা এটা সুমধুৰ মাত আহিছে। খোল-তালৰ জোখৰ চাপৰ আৰু মুখৰ মাত:

প্ৰথমে প্ৰনামো ব্ৰহ্মৰূপী সনাতন
সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ।...

বহুত মানুহে শঙ্কৰৰ বহা বেঢ়ি ধৰিলেহি; মুগ্ধ, বিমোহিত হৈ। কাৰো মুখত মাত নাই। শঙ্কৰে লগত দুই চাৰিজন লোক লৈ নাম গায়ে আছে। নাম যেতিয়া শেষ হ'ল বাহিৰৰ মানুহ বোৰৰ চেতনা আহিল। কিছুমান উভতি গুছি গ'ল। কিছুমানে শঙ্কৰক আগুৰি ধৰিলে' সুধিলে— "তুমি কি কৰিছিলা?" প্ৰশান্ত হাঁহি এটা মাৰি শঙ্কৰে উত্তৰ দিলে "ঈশ্বৰক ভজিছিলোঁ।" "ঈশ্বৰ!" মানুহবোৰৰ আটাইৰে মুখৰ পৰা একে লগে ওলাই আহিল। চকুবোৰ ফাটি যাওঁ যেন হ'ল। একেলগে প্ৰায় এশজনে প্ৰশ্ন কৰিলে "ঈশ্বৰ? এইজন কেনে ঈশ্বৰ? তোমাৰ সন্মুখত মূৰ্ত্তি নাই, হোমৰ ধোঁৱা নাই, উপচাৰ নাই, বলি নাই, ইয়ালৈ তোমাৰ ক'ৰ ঈশ্বৰ জন আহিল?" শঙ্কৰে জুমটোলৈ চাই প্ৰনাম জনাই সবিনয়ে ক'লে "ঈশ্বৰ আপোনালোক,—আপোনা-

লোকতে মোৰ ঈশ্বৰ বিয়পি আছে। মোৰ ঈশ্বৰ আপোনালোকৰো ঈশ্বৰ।”

কেইজনমানৰ খং উঠিল, কেইজনমানে ধৰি ল'লে তীৰ্থৰ পৰা ঘূৰি আহি শঙ্কৰ বলীয়া হ'ল আৰু বাকীবোৰ বিবুধি হৈ আঁতৰি গুছি গ'ল।

শঙ্কৰদেৱ তীৰ্থলৈ গৈছিল প্ৰথমা পত্নীৰ মৃত্যুৰ পিছতে। লগত গৈছিল পোন্ধৰজন আলি-পুখুৰীৰ (শঙ্কৰৰ নিজা গাওঁ) সমান বয়সীয়া চুবুৰীয়া লোক।

ভাৰতৰ মূল তীৰ্থস্থান বোৰত একান্ত মনেৰে ফুৰি-চাকি, গয়া, পুৰী, মথুৰা, বৃন্দাবন, দ্বাৰকা, কাশী, প্ৰয়াগ, অযোধ্যা, সীতাকুণ্ড, বৰাহকুণ্ড, বদৰিকাশ্ৰম আদি সকলো ঠাইতে শঙ্কৰে এটা বস্তুৰ অদ্ভুত সামঞ্জস্য লক্ষ্য কৰিব পাৰিলে। তেওঁ দেখিলে প্ৰত্যেক ঠাইতে প্ৰত্যেক ধৰ্ম্মগুৰুৰ মুখতে একমাত্ৰ ভাগৱতৰহে প্ৰসংশা। সকলোৱেই ভাগৱত বিশ্বাসী। সকলোৰে ইষ্টদেৱতা একেশ্বৰ বিষ্ণু। ধৰ্ম্মৰ বিষয়ে য'তে শঙ্কৰে কোনো ধৰ্ম্মগুৰুৰ লগত আলোচনা কৰিলে, য'তে ঈশ পূজা পদ্ধতিৰ সমালোচনাত অংশ ললে, তাতে তেওঁ একমাত্ৰ সমিধান পালে ঃ—

সৰ্ব্ববেদেষু যৎ পুণ্যং সৰ্ব্ব তীৰ্থেষু যৎফলম্।
তৎফলং সমবাপ্নোতি স্তুত্বা দেবং জনাৰ্দ্দনম্।

এক জনাৰ্দ্দনক আৰাধনা কৰিলেই সকলো ধৰ্ম্মৰ সাৰ প্ৰাপ্ত হ'ব পাৰি।

শঙ্কৰ তৃপ্ত হ'ল। ভগৱানত অধ্যয়ন কৰিবলৈ হেপাহ জন্মিল। অন্তৰৰো অন্তৰত অনুভৱ কৰিলে এক বিষ্ণুৰ বাহিৰে আন উপাস্য কোনো নাই। ভাগৱতে যাক স্তুতি কৰে তেৱেঁই পৰম ঈশ্বৰ, তেৱেঁই বিষ্ণু, তেৱেঁই নাৰায়ণ। চৰাচৰ জগতৰ প্ৰত্যেক ধূলিকণাক তেৱেঁই সৃষ্টি কৰিছে, তেৱেঁই বিয়পি আছে প্ৰত্যেক অণু আৰু পৰমাণুত। সেই বিষ্ণুৰ দেহাৰ পৰাই নিঃসৃত হৈ সৃষ্ট হৈছে এই ত্ৰিভুবন। এক নাৰায়ণেই সেই পৰম শক্তি, যাৰ পৰা এই বিশ্বই বিশ্বৰ ৰূপ লৈছে। শঙ্কৰৰ মনত এই ভাৱে, এই কথাই গুণ-গুণাই কৰলৈ আৰম্ভ কৰিলে ঃ—

একো নাৰায়ণ আসীৎ ন ব্ৰহ্মা নচ শঙ্কৰঃ
আনন্দ এক এবাগ্ৰ আসীন্নাৰাঃ প্ৰভুঃ॥

এই অনুভূতি বুকুত বান্ধি শঙ্কৰ তীৰ্থৰপৰা ঘূৰি আহিল আনন্দোজ্জ্বল মুখ লৈ বাৰ বছৰৰ পিছত। আলি পুখুৰীৰ পৰা বৰদোৱালৈ উঠি আহি তাত এখন সত্ৰ পাতি এটি নামঘৰ সজাই ললে। তিনি প্ৰসঙ্গত নাৰায়ণৰ মহিমা গাবলৈ আৰম্ভ কৰিলে—অন্তৰৰ উদ্দেশ্য তীৰ্থত পাই অহা অনুভূতিক ব্যক্ত কৰা, তাৰ সোৱাদ মানুহ জাতিক বিলাই দিয়া। এই বিলাই দিয়াতে তেওঁৰ কৃতিত্ব।

শঙ্কৰে গোৱা নাম শুনি আৰু তেওঁৰ ঈশ্বৰৰ ব্যাখ্যা শুনি প্ৰথমে বহুত মানুহে তেওঁক গৰিহনা দিবলৈ ধৰিলে। বহুতে এইটো ৰাজ-দ্ৰোহ বুলি ধৰি ললে, বহুতে ভাৱিলে শঙ্কৰ নাস্তিক। বলি হীন, মূৰ্ত্তিহীন, উপচাৰহীন পূজা কেনেকৈ ঈশ্বৰ উপাসনা হ'ব পাৰে? কিন্তু যেয়ে শঙ্কৰৰ নাম শুনিছিল, শুনিয়েই আছিল। শঙ্কৰৰ নামৰ সুৰত মন্ত্ৰ, খোল তালৰ ছেৱত মোহিনী আছিল।

শঙ্কৰদেৱ যি সময়ত তীৰ্থলৈ গৈছিল সেইসময়ত উত্তৰ ভাৰতত ছটা প্ৰধান বৈষ্ণৱ সম্প্ৰদায় আছিল

(ভক্তাঃ ভাগৱতাশ্চৈবঃ বৈষ্ণবাঃ পঞ্চৰাত্ৰিপা।
বৈখানসাঃ কৰ্ম্মহীনাঃ ষড়্‌বিধা বৈষ্ণবাঃ মতাঃ॥)

ইয়াৰ প্ৰথমটোৰ প্ৰতিয়েই শঙ্কৰ আশক্ত হৈছিল বেছিকৈ। সেইবাবে এই ভক্তি পন্থাকে আপোন কৰি লৈ আহিছিল অসমক দিবলৈ। নিজৰ নামঘৰৰ পৰা পুৰা-গধূলী নাম-কীৰ্ত্তনৰ যোগেদিয়ে এই পন্থাৰ নিদৰ্শন দিবলৈ আৰম্ভ কৰিলে।

শঙ্কৰৰ নাম শুনি যি সকল লোক মোহিত হৈছিল, যি সকলে শঙ্কৰৰ এই নতুন ধৰ্ম্মৰ মূল ভাব উপলব্ধি কৰিব পাৰিছিল তেওঁলোক আগ্ৰহেৰে আহি শঙ্কৰত শৰণ ললেহি। শঙ্কৰৰ আশা ফলৱতী হ'ল। সমুখত উজ্জ্বল ভবিষ্যত দেখিলে।

নতুন শিষ্যসকলক অনুপ্ৰাণিত কৰি ভাগৱতক আপোন কৰি লবলৈ উদ্গনি দিলে। সকলোকে বুজাই দিবলৈ চেষ্টা কৰিলে—

পুৰাণ সূৰ্য্য মহাভাগৱত
বেদান্তৰো ইটো পৰম তত্ব।

না না উপচাৰেৰে পূজা নকৰি কেৱল ভক্তিৰে কেনেকৈ আৰাধ্য জনৰ সন্ধান পাব পাৰি তাক বুজাবলৈ অহোপুৰুষাৰ্থ কৰি ভাগৱতৰ একো অংশ অসমীয়ালৈ ভাঙি তাক পদত গাবলৈ ধৰিলে। গাবলৈ চুবুৰীয়াক উদ্গনি দিলে। যি সকলে আন্তৰিকতাৰে গাব নোৱাৰিছিল তেওঁলোকক একান্ত মনে কেৱল শুনিবলৈ কৈছিল। কোনোবা আচৰিত হ'লে বুজাই কৈছিল শ্ৰীকৃষ্ণৰ নাম গাওঁতা, শুনোতা আৰু গোৱা থলীতো ভগবান থাকে।

…বেদ বেদাঙ্গশ্ৰৱন জনেষু চ সভাসু চ
শ্ৰীকৃষ্ণ গুন নামোক্ত শ্ৰুতি গীত স্থলেষু চ॥

তাৰোপৰি—

বৈষ্ণবেষু চ সৰ্ব্বেসু মতিসু ব্ৰহ্মচাৰীষু…

মানুহৰ মনবোৰ সময়ৰ লগে লগে বেছি অনুসন্ধিৎসু হৈ আহিছে। ফলত পূৰ্ব্বৰ যোগী সকলৰ দৰে নিৰালয় ধ্যান কৰা অসম্ভৱ হৈ পৰিল। ধ্যানক কেন্দ্ৰীভূত কৰিবৰ বাবে মানুহক অৱলম্বন লগা হ'ল। সেয়ে প্ৰথমে মূৰ্ত্তি পূজাৰ প্ৰচলন হৈছিল। শঙ্কৰে অসমীয়াক অৱলম্বন দিলে "শ্যাম বৰণ কানু, হাতত মোহন বেণু, পীত বসন বনমালী" শ্ৰীকৃষ্ণক। পূজাৰ উপচাৰ দিলে কেৱল ভক্তি। কেৱল স্তুতি কৰিলে, কেৱল শ্ৰীকৃষ্ণৰ মহিমা গালে বা ভক্তি ভাৱে শ্ৰীকৃষ্ণৰ গুণ-গান গালেই সেই বংশীবদনৰ বাঁহীৰ মাত শুনা যায়। আৰু সেই বাঁহীৰ মাত ইমান বলী যে তাৰ আহ্বান এবাৰ মাথো শুনিলে বাট হাবিতলীয়াই হওক বা কাঁইটীয়াই হওক শুনোতা দৌৰিবই লাগিব— তেওঁক উদ্দেশি।

শঙ্কৰৰ এই বৰ্ণনা অনুপম। মানুহ জাতি ঈশ্বৰ-বলীয়া। ইমান সহজ উপায়ে কেৱল অন্তৰত ভাবি ললেই পৰমেশ্বৰৰ কৰুণা পাব পাৰি জানি দলে দলে মানুহে শঙ্কৰক গুৰু মানি বৈষ্ণৱ ধৰ্ম্ম নিজৰ কৰিলে। লগে লগে তেওঁলোকক সাৱধান কৰি দিয়া হ'ল— "ফল সন্ধানৰহিতা বিষ্ণুভক্তাশ্চ বৈষ্ণবাঃ"— নিষ্কাম আসক্তি থকা সকলেইহে পৰম বৈষ্ণৱ। আকৌ আশ্বাস দিয়া হ'ল যে যি বৈষ্ণৱৰ প্ৰাণ শ্ৰীকৃষ্ণ, শ্ৰীকৃষ্ণৰ প্ৰাণো তেওঁতে। "অহং প্ৰাণা বৈষ্ণবানাং মম প্ৰাণাশ্চ বৈষ্ণবাঃ।"

শঙ্কৰৰ এই প্ৰচাৰ পদ্ধতি আকৰ্ষণীয় আছিল। গাৱেঁ গাৱেঁ মানুহ বৈষ্ণৱ হৈ পৰিল। নতুন অসমীয়া বৈষ্ণৱৰ ভগৱৎ প্ৰেম শতগুণে

বাঢ়ি গ'ল। চৌদিশে শঙ্কৰৰ মহিমা প্ৰচাৰ কৰিবলৈ ধৰিলে। সেইখিনিতে অলপ বিপদ আহিল। কছাৰীসকলে শঙ্কৰৰ এই নতুন ধৰ্ম্ম আৰু দলে দলে মানুহৰ পূৰ্ব্বৰ ধৰ্ম্ম-ত্যাগ ভাল নাপালে। নানা ধৰণেৰে অশান্তি দি তেওঁক ভেঁটি এৰিবলৈ বাধ্য কৰিলে। তেওঁ ধুৱাহাটীলৈ উঠি যায়গৈ।

এই ধুৱাহাটীতে শঙ্কৰে তেওঁৰ অন্যতম শিষ্য মাধৱদেৱক লগ পায়। শাক্ত মাধৱ শঙ্কৰৰ ওচৰত দীক্ষিত হ'ল বৈষ্ণৱ মতত। মাধৱদেৱক ঘোৰ শাক্ত পন্থা একৰাওঁতে শঙ্কৰদেৱে যাদু মন্ত্ৰ ব্যৱহাৰ কৰা নাছিল। মাধৱ মুগ্ধ হৈছিল শিল্পী শঙ্কৰৰ নতুন ধৰ্ম্মৰ অনুপম বৰ্ণনাত, নিখুঁট ব্যাখ্যাত। মাধৱদেৱ শঙ্কৰদেৱৰ সোঁহাত স্বৰূপ হ'ল। ধৰ্ম্ম প্ৰচাৰত সুচল পালে।

এইখিনিত এইবাৰ আহোমে শঙ্কৰক বাধা দিলে। ৰাজসভাত শঙ্কৰে প্ৰচাৰ কৰা নতুন ধৰ্ম্মৰ ব্যাখ্যা, তাৰ মাহাত্ম্য আৰু তাৰ প্ৰচাৰৰ বাবে কৈফিয়ৎ দিব লগা হ'ল। সভাত শঙ্কৰ জয়ী হ'ল। যুদ্ধ কৰি নহয়, মাধৱক মুগ্ধ কৰা অস্ত্ৰৰে। কিন্তু তেওঁ ভৱিষ্যৎ বিপদৰ আশঙ্কা কৰি সেই ঠাই এৰি কোচবেহাৰলৈ যায়গৈ। সেইসময়ত কোচবেহাৰৰ ৰজা নৰনাৰায়ণে শঙ্কৰ দেৱক সাদৰি ললে। ৰাজ অনুগ্ৰহ পাই শঙ্কৰে ধৰ্ম্ম প্ৰচাৰৰ বহুত সুচল পালে।

শঙ্কৰদেৱৰ ধৰ্ম্ম প্ৰচাৰৰ প্ৰথম আহিলা হ'ল ভাগৱতৰ অসমীয়া ভাঙনীবোৰ। সৰ্ব্ব-সাধাৰণৰ দুৰ্বোধ্য সংস্কৃত গ্ৰন্থ বিলাক নিজ ভাষালৈ ভাঙি সেইবিলাক পঢ়োঁতাৰ বা শুনোঁতাৰ সহজবোধ্য কৰি পেলালে। শিল্পী শঙ্কৰৰ প্ৰতিভা প্ৰকাশ পাইছিল এই ভাঙনীবোৰতো। মূল-গ্ৰন্থৰ সংস্কৃত পদ বা চৰিত্ৰবোৰ হুবহুকৈ অসমীয়ালৈ *( ব্ৰজবুলিলৈকো ) ভঙা হেঁতেন বহুতবোৰ কথা হয়তো অসমীয়াই নুবুজিলে-হেঁতেন।

শ্ৰীকৃষ্ণৰ চৰিত্ৰত শঙ্কৰে ঠায়ে ঠায়ে অসমীয়া সমাজৰ বোল সানিছিল। উপাখ্যানবোৰত পট-ভূমিকা অসমৰ কৰি লৈছিল, পাৰিজাত হৰণৰ নাৰদৰ ধেমেলীয়া চৰিত্ৰক বহুত অসমীয়া টেটোনৰ দৰে টুটকীয়া কৰি লৈছিল। শচী-সত্যভামাৰ কাজিয়াত অসমীয়া গাৱঁৰ তিৰোতাৰ হুবহু চিত্ৰ আঁকি দিছিল। এই বিলাকে পঢ়োঁতাক তৃপ্তি দিছিল। শঙ্কৰৰ ৰচনাবোৰ অধ্যয়ণ কৰিবলৈ স্পৃহা জন্মাইছিল। অসমীয়া ভাষাৰ অমূল্য সম্পদ কীৰ্ত্তন এই ভাঙনী বোৰৰে এখন। অনন্ত কন্দলীৰ ভাষাত—

শ্লোকে সংস্কৃতে আমি　লিখিবাক ভালজানি
তথাপি কৰিলো পদবন্ধ।
স্ত্ৰী শূদ্ৰ আদি সবে　বুজোক পৰম তত্ত্ব
শ্ৰৱণতে মিলয় আনন্দ॥

(সাত্বত তন্ত্ৰ)

কীৰ্ত্তনাদি ভাঙনীবোৰ বাদ দিও বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰৰ আতাইতকৈ ডাঙৰ সমল শঙ্কৰে দি থৈ গ'ল ভাৱনা। ভাৱনা শঙ্কৰদেৱৰ নিজা সৃষ্টি। সম্পূৰ্ণ সৃষ্টি বুলিব নোৱাৰিলেও ভাৱনাৰ নিজা বৈশিষ্ট্যটো শঙ্কৰৰ সৃজনী প্ৰতিভা প্ৰসূত। নিজে ৰচা চিহ্নযাত্ৰা নাটকখন ছবিৰ যোগে একোখন সমাজক দেখুৱা হৈছিল। বিভিন্ন চৰিত্ৰৰ বিভিন্ন ৰূপ হাঁইতাল হেঙ্গুলৰ ৰঙেৰে কাপোৰত

আঁকি তাক আজি কালিৰ মানচিত্ৰ অবাদি আৰি দেখুৱা হৈছিল। ছবিৰে ঈশ্বৰৰ বিভিন্ন লীলাবোৰ দেখুৱাই দি বুজাই দিয়া হৈছিল।

পিছলৈ মানুহক শিকাই, বিভিন্ন চৰিত্ৰৰ ভাও দিবলৈ দিয়া হৈছিল আৰু চৰিত্ৰৰ অনুৰূপে সাজ পিন্ধিবলৈ দিয়া হৈছিল। দৃশ্য-সজ্জা, সাজ-পাৰ শঙ্কৰদেৱে মনোমত কৰি কৰাই লৈছিল। বিভিন্ন চৰিত্ৰৰ চৰিত্ৰোচিত খোজ-কাটল বোৰ খোল-তালৰ বিভিন্ন ছেৰত দি অকল খোজ আৰু ভঙ্গীৰেই সেই চৰিত্ৰৰ কিছু আভাষ দিব পৰা হৈছিল। এই খোজ-কাটল, নৃত্য আৰু খোলৰ ছেও শঙ্কৰদেৱে নিজে গঢ়া আৰু কিছুমান গঢ় সলাই দিয়া।

ভাওনাৰ উদ্দেশ্য ধৰ্ম্ম প্ৰচাৰ। ৰাম-কৃষ্ণাদিৰ ভক্তি দি ঈশ্বৰৰ মহিমা আৰু পৰম শক্তি চিনি দৰ্শোৱা হৈছিল। ফলত, আজিৰ চিনেমাই যেনেকৈ সমগ্ৰ জগতকে বাস্তৱতাৰ চিনাকি দি বাস্তৱতাৰ ফাসে ঢাল খুওৱাত প্ৰভাৱ বিস্তাৰ কৰিছে, সেই সময়ৰ শঙ্কৰদেৱৰ ভাওনাই অসমীয়া জাতিটোক অধ্যাত্মিক তৃপ্তি পোৱাত সহায় কৰিছিল।

শঙ্কৰদেৱৰ এই ধৰ্ম্ম অসমত বহুলভাৱে প্ৰচাৰ হ'ব পাৰিছিল প্ৰথমে তেওঁৰ অন্তৰত এই ধৰ্ম্মৰ মহিমাৰ এটা মছিব নোৱাৰা সাচঁ বহা বাবে আৰু তাৰ পিছত তেওঁৰ অক্লান্ত চেষ্টা আৰু নিজৰ প্ৰকাশ কৰিব পৰা গুণৰ বাবে।

শিল্পীয়ে চিন্তাক গঢ় দিয়ে ৰঙেৰে, কথাৰে, বাদ্যেৰে বা প্ৰতিমাৰে। কিন্তু গঢ় দিলেই সি শিল্পীৰ চিনাকি বা তেওঁৰ প্ৰতিভা প্ৰকাশ কৰিব নোৱাৰে যদি তেওঁৰ সৃষ্ট সেই শিল্পই সৰ্ব্বসাধাৰণৰ মনত তৃপ্তি দিব নোৱাৰে। যি শিল্প সৃষ্টিক জগতে সত্যৰ অংশ বুলি মানি লব পাৰে, অৰ্থাৎ যি বস্তুৱে মানুহৰ মনলৈ এনে এটা ভাব অনাব পাৰে যে "এইটো অবিকল সেয়েই" সেই শিল্পই প্ৰকৃত সমাদৃত শিল্প।

শঙ্কৰে লিখা কীৰ্ত্তন, কালীয়দমন, পত্নীপ্ৰসাদ, ৰাসক্ৰীড়া, ৰুক্মিণীহৰণ, পাৰিজাতহৰণ, ৰামবিজয় আদি পুথিবোৰ আৰু ভাওনাই অসমত কেৱল ধৰ্ম্ম বিলায়েই শেষ কৰা নাছিল। সেয়ে হোৱা-হেতেন শঙ্কৰক আমি শিল্পী বুলিব নোৱাঁৰো। শঙ্কৰৰ প্ৰচেষ্টাত অসমে এটা স্বকীয়া ঠাঁচ পালে। খণ্ড খণ্ড ৰাজ্যবোৰৰ, বিভিন্ন ধৰ্ম্ম-বিশ্বাসী মানুহ-বোৰে এই ধৰ্ম্ম লৈ ৰাজনৈতিক ভাৱে নহলেও আধ্যাত্মিক ভাৱে এখন,—একেখন,—সমাজ গঢ়ি তুলিলে। জাতিটোৰ এটা বিৰাট অংশই এজন কৃষ্ণক ইষ্টদেৱতা বুলি মানি লোৱাত দেশত আধ্যাত্মিক গণতন্ত্ৰবাদ প্ৰতিষ্ঠা হৈছিল। আধ্যাত্মিক একতাই সমাজৰ বল বঢ়ালে আৰু সেয়ে ৰূপান্তৰিত হৈ আধুনিক গণতন্ত্ৰৰ ৰূপ লয়।

উত্তৰ ভাৰতৰ বিখ্যাত ধৰ্ম্মাচাৰ্য্য মানবল মহামুনিৰ বাহিৰে হৰিনামৰ মহিমাৰে দেশত সাম্য প্ৰতিষ্ঠাৰ চেষ্টা সেইসময়ত আন দেশত হোৱা নাছিল।

যি মৌজাদাৰী প্ৰথাৰে ইংৰাজ আহি অসমত স্বায়ত্ব শাসন প্ৰথাৰ উপকাৰীতা দেখুৱাইছিলহি সেই সায়ত্ব শাসন প্ৰথা অসমত বহুপূৰ্ব্বে প্ৰচাৰ হৈছিল শঙ্কৰে স্থাপন কৰা নামঘৰ আৰু সত্ৰবোৰৰ যোগেদি।

অসমক একেশ্বৰবাদী কৰিলে বুলিলেই শঙ্কৰক সন্মান কৰা নহয়। শঙ্কৰে অসমক অসমীয়া

কৰিলে। অসমক এটা স্বকীয়া সত্তা দিলে। সেইটো আমি আজি অনুভৱ কৰিছোঁ। আমাৰ সাহিত্য, কলা, কৃষ্টি, সঙ্গীত, নাটক, নৃত্য, বাদ্য আদিৰ যোগেদি। শঙ্কৰে প্ৰচাৰ কৰা ধৰ্ম্মটো যদিও তেওঁৰ নিজা নাছিল তাক সম্পূৰ্ণ বেলেগ ৰূপ এটা দিছিল কীৰ্ত্তনৰ ভাষাৰে; ভাৱনাৰ নৃত্য-গীত বাদ্যেৰে; সত্ৰসমূহৰ অপূৰ্ব্ব গাম্ভীৰ্য্যেৰে। এইবোৰেই অমৰ শিল্পী শঙ্কৰৰ প্ৰধান সৃষ্টি। এখন ছবি আঁকি, এটি মূৰ্ত্তি গঢ়ি, এটি গীত গাই যদি একোজন মানুহে জগতত খ্যাতি লাভ কৰিব পাৰে—এটা জাতিক, জাতি কৰি গঢ়ি তোলাৰ বাবে শঙ্কৰ অমৰ হৈ থাকিব।

বহুধা বিভক্ত অসমৰ অঞ্চলবোৰক একেশ্বৰ-বাদী ভাগৱতী ধৰ্ম্মৰ ডোলেৰে বান্ধি, নৃশংস বলি প্ৰথা আঁতৰাই নিষ্কাম ভক্তি পন্থাৰে গৃহস্থবো উপযোগী ধৰ্ম্ম বিলাই দি শঙ্কৰে প্ৰচাৰ কৰিছিল ঃ

ধৰ্ম্মাৰ্থ জীৱিতং যেষাং সন্তানাৰ্থঞ্চমৈথুনম্।
পচনং বিপ্ৰমুখ্যাৰ্থং জ্ঞেয়াস্তে বৈষ্ণৱাঃ নৰাঃ॥

সৰু বৰ ভেদাভেদ আঁতৰাবৰ বাবে বৈষ্ণৱৰ অন্তৰত সাঁচ বহুৱাই দি থৈ গ'ল "সকলোতে সমদৃষ্টি পৰ্য্যন্তে ভাবিব" ভাৱ। স্পৃশ্যাস্পৃশ্য ভাৱ আতৰাবলৈ উদগণি পাইছিল "সিটো চাণ্ডালক গৰিষ্ঠ মানি, জিহ্বাগ্ৰে থাকে যাৰ হৰি বাণী"।

আজিৰ পৃথিৱীৰ সকলো ৰাষ্ট্ৰ মিলি বিশ্ব-শান্তি প্ৰতিষ্ঠা কৰি জগতক যি মনোমোহা ৰূপ দিব খুজিছে তাৰ অবিকল এটা ৰূপ শঙ্কৰে পাঁচ শ বছৰৰ আগতে অসমক দি থৈ গ'ল। খনিৰপৰা উলিয়াই অনা মাটি, বালি, বোকা, শিলৰপৰা সোণক ধুই নিকা কৰাৰ দৰে শঙ্কৰে অসমক সংস্কাৰ কৰি থৈ গ'ল।

খোল-তাল নৃত্য-বাদ্য আদিৰ প্ৰচলন কৰি, কীৰ্ত্তনৰ সুৰ লয় দি ভাৱনাৰ সৃষ্টি কৰি থৈ গ'ল বুলিলে শঙ্কৰদেৱক প্ৰকৃত শিল্পী বোলা নহয়। শঙ্কৰদেৱ শিল্পী এই ক্ষেত্ৰত য'ত আজিৰ আমি অসমীয়াই আমাকে আমি বুলি পৰিচিত কৰিব পৰা হৈছোঁহঁক।

---

# বৰগীতৰ সাঙ্গীতিক ৰূপ।

( আলোচনা )

শ্ৰীচক্ৰধৰ মহন্ত, যোৰহাট।

গীত-বাদ্য আৰু নৃত্যৰ সমন্বয়কে সঙ্গীত বোলা হয়। যদিও কেতিয়াবা "গীত"কে বুজাবলৈ সঙ্গীত শব্দ ব্যৱহাৰ কৰা দেখা যায়,—কিন্তু কেৱল গানক বুজাবলৈ সেইদৰে গীত শব্দৰ প্ৰয়োগেই যথেষ্ট ভাব প্ৰকাশক হয়। কেৱল গীত শব্দৰ অৰ্থ—"মনোৰঞ্জন স্বৰ সন্দৰ্ভ" যেনে ঃ—

"ৰঞ্জকঃ স্বৰসন্দৰ্ভো গীতমিত্যভিধীয়তে"—এতেকে "সম্" উপসৰ্গৰ দ্বাৰা গীতৰ সঙ্গী নৃত্য আৰু বাদ্যকো একেলগে বুজায়। শাস্ত্ৰকাৰ সকলে কৈ গৈছে,—

"গীতং বাদ্যং তথা নৃত্যং ত্ৰয়ঃ সঙ্গীতমুচ্যতে"। এই গীত-বাদ্য নৃত্য সম্বলিত সঙ্গীত দুবিধ, মাৰ্গ

আৰু দেশী। ব্ৰহ্মাদি মুনিগণে চতুৰ্ব্বেদ অন্বেষণ কৰি যি সঙ্গীত প্ৰৱৰ্ত্তাই থৈ গৈছে সেইয়ে মাৰ্গ সঙ্গীত আৰু দেশে দেশে বিভিন্ন ৰুচি সম্পন্ন লোকৰ চিত্তবিনোদনৰ কাৰণে যি গীত-বাদ্য নৃত্যৰ প্ৰৱৰ্ত্তন হৈছিল সেইয়ে দেশী। শ্ৰীমন্ত শঙ্কৰ আৰু মাধৱদেৱে যি বৰগীত ৰচি ৰাগ, তাল আদি নিৰ্বন্ধিত কৰি আমাৰ অসমত প্ৰচাৰ কৰি গ'ল—সেই গীত সমূহ বৈজ্ঞানিক দৃষ্টি ভঙ্গীৰে বিশ্লেষণ কৰি চালে সম্পূৰ্ণ গুণ বিশিষ্ট সঙ্গীত বুলি সহজেই উপলব্ধি কৰিব পাৰি। বৰগীত যে মাৰ্গ সঙ্গীতৰে পৰ্য্যায় ভূক্ত, সেই কথা আমি যুক্তিৰে সৈতে পাছত আলোচনা কৰিম।

মানৱ হৃদয়ৰ সুপ্ত চেতনা জগাই তোলাত সঙ্গীতৰ বাহিৰে আন একোৰে তেনে শক্তি নাই। সঙ্গীতৰ স্বৰলহৰিয়ে হৃদয়ৰ ভাৱৰাশি কোমল পৰশেৰে সজীৱ আৰু জাগ্ৰত কৰি তোলে। মানৱ হৃদয়ৰ সকলো প্ৰকাৰ ভাৱৰ ওপৰত সঙ্গীতৰ সমান অধিকাৰ থাকিলেও ধৰ্ম্ম ভাৱেই সঙ্গীতৰ প্ৰধান আশ্ৰয় ভূমি বুলি শাস্ত্ৰকাৰ সকলে প্ৰমাণ কৰি গৈছে। এই ধৰ্ম্মভাৱৰ আশ্ৰয় কৰিয়েই ভাৰতত সঙ্গীতৰ প্ৰকৃত বিকাশ সাধন হৈছিল। আৰ্য্য ঋষি-মুনি সকলে তপোবনত বহি সামগানেৰে আৰাধ্য দেৱতাৰ উপাসনা কৰিছিল। অসমত শ্ৰীমন্ত শঙ্কৰ আৰু মাধৱদেৱে "নিৰ্ম্মল ভাগৱত ধৰ্ম্মৰ ঢ়ুঁতি পাৰ ভাঙ্গি ব্ৰহ্মাণ্ড ভেদি বোৱাবলৈ"—এই গীত নৃত্য, নাট, অভিনয় আৰু কীৰ্ত্তন-প্ৰসঙ্গৰ আশ্ৰয় লৈছিল। অনেক সাধক, ভাবুক, ভক্ত সঙ্গীতত মগন। ব্ৰহ্মা, মহাদেৱ, নাৰদ, ভৰত আদি দেৱ মুনি সকল হৰি গুন-গানতে প্ৰমত্ত বুলি পুৰাণাদি শাস্ত্ৰত পোৱা যায়।

বৰগীতসমূহ ভক্তি ৰসাত্মক শাস্ত্ৰসম্মত ৰাগ, তাল, লয় আৰু ছন্দ যুক্ত। অৱশ্যে ব্যৱহাৰিক ক্ষেত্ৰৰ ফালেলৈ লক্ষ্য কৰিলে আমি দেখা পাওঁ—তাত নৃত্যৰ সমাবেশ কৰা নহয়। কেৱল নাম-প্ৰসঙ্গৰ এক অঙ্গ স্বৰূপে বাদ্যৰ সংযোগত মাত্ৰ গোৱা হয়। শঙ্কৰ মাধৱৰ ৰচিত একে পৰ্য্যায়ৰ ৰাগ আৰু তালৰ সংযোগত গোৱা অঙ্কৰ গীত সমূহত (নাটৰ) নৃত্য অবিচ্ছিন্ন হিচাপে জৰীত আছে। উপাসনাৰ সময় ব্যতিৰেকে বৰগীত সমূহতো নৃত্যৰ সমাবেশ ঘটালে ঘটোৱাৰ পথ প্ৰশস্ত হৈ আছে। কাৰণ

"নৃত্যং বাদ্যানুগং প্ৰোক্তং
বাদ্যং গীতানুবৃত্তিচ"—বাদ্যৰ য'ত সংযোগ আছে সেই বাদ্যৰ অনুগামী হৈয়েই নৃত্যই পথানুসৰণ কৰিব বা কৰিব পাৰে।

অঙ্কৰ গীতবিলাকত আমি পাওঁ, অতি সহজ আৰু সুলভকৈ এইদৰে নৃত্যৰ সংযোগ থকা। ৰুক্মিণীদেৱীয়ে তেওঁক শ্ৰীকৃষ্ণলৈ বিবাহ দিবৰ নিমিত্তে তেওঁৰ পিতৃ-মাতৃ সম্মত হোৱা জানি এইদৰে আনন্দত নাচিবলৈ ধৰিলে—

( গীত ৰাগ গৌৰী পৰিতাল )

ধ্ৰুং—এ সখি সুদিন ভয়োৰি।
নাচে যৈচন সখি সঙ্গে ৰঙ্গে গৌৰী॥
পদ—পৰম পুৰুষ পিয়ু ভেল মুৰাৰী।
জনম সফল সখি অবহু হামাৰি॥
নাহি মোই সম সৌভাগিনী শুন সই।
ৰুক্মিনীক ৰঙ্গ কৃষ্ণ কিঙ্কৰে কহই॥

নাদ ব্ৰহ্ম, প্ৰণৱেই পূৰ্ণ নাদ আৰু পূৰ্ণব্ৰহ্ম

স্বৰূপ। শ্ৰুতি বাক্যত প্ৰকাশ আছে,—সকলো বেদে যি পদ কীৰ্ত্তন কৰে, সকলো তাপসে যি কয়, ব্ৰহ্মজ্ঞানাৰ্থী সকলে যি পদৰ আশাত ব্ৰহ্মচাৰ্য্যৰ অনুষ্ঠান পালন কৰে, সংক্ষেপতে কবলৈ গলে "ওঁ" কাৰেই সেই পদ। পৰমেশ্বৰৰ সচ্চিদানন্দ বিভৱৰ পৰাই এক শক্তিৰ উদ্ভৱ হয়,—সেই শক্তিৰপৰাই নদ; আৰু সেই নদৰ পৰাই বিন্দু উদ্ভূত হৈছে। নদ বিনা জ্ঞান অসম্ভৱ নদ বিনা মঙ্গল হ'ব নোৱাৰে,—বিষ্ণুপুৰাণৰ মতে স্বয়ং হৰি নাদ ৰূপী। এই নাদ পৰমব্ৰহ্মৰ সাধন উদ্দেশ্যেই বৰগীতৰ সৃষ্টি আৰু বিকাশ।

ভাৰতৰ প্ৰাচীনতম্ গ্ৰন্থ বেদ। ঋষিসকলে বেদ জ্ঞানেৰে ভাৰতৰ আকাশ-পৱন নিনাদিত কৰি ভাৰতীয় আৰ্য্যসকলক সঙ্গীতৰ ধৰ্ম্ম উপলব্ধি কৰাই থৈ গৈছে। অধিকাংশ ঋক্ স্বৰ সম্বন্ধয়ত গোৱা হয়। "সাম" সম্পূৰ্ণ সঙ্গীতেই। ইয়াৰ পৰাই ঠাৱৰাব পাৰি বেদ যিমান প্ৰাচীন, ভাৰতীয় সঙ্গীতো সিমান প্ৰাচীন।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ মাধৱ অসমৰ সাহিত্য সঙ্গীত ধৰ্ম্ম আৰু সমাজৰ ভেটি গঢ়োতা। দুয়ো জনা মহাপুৰুষেই যে, সুকুমাৰ কলা বিষাৰদ আছিল সিবিলাকৰ কাৰ্য্যাৱলীয়ে তাৰ স্পষ্ট প্ৰমাণ দি থৈছে। দুয়ো জনাৰ ৰচিত এই বৰগীত পৰ্য্যায়ৰ গীতৰ সংখ্যা বাৰকুৰি। এই বাৰকুৰি গীতকেহে বৰগীত বুলি জনা যায়। খনদিয়েক নাটৰ গোটাদিয়েক গীতো বৰগীতৰ অন্তভূক্ত। এই গীত খিনিনো কি গুণ বিশিষ্ট হৈ অন্তৰ্ভুক্ত হল, তাৰ কাৰণ জনা নাযায়। গীত বিলাকৰ বৰগীত নামাকৰণ কিয় হ'ল,—এই সম্পৰ্কে বহু লোকে বিভিন্ন মতামত ইতিপূৰ্ব্বে প্ৰকাশ কৰি আহিছে। সকলো পক্ষৰ যুক্তি বিশ্লেষণ কৰি চালে দেখা যায় যে,—মহাপুৰুষীয়া পন্থৰ চিৰা-চিৰিত প্ৰথামতে যি নিত্য নাম প্ৰসঙ্গ কৰা বিধি বদ্ধ নিয়ম আছে,—তাত গীতক প্ৰসঙ্গৰ এটি প্ৰধান অঙ্গ স্বৰূপে ব্যৱহাৰ কৰে।

চৌদ্ধ প্ৰসঙ্গৰ বিচাৰত গীত বিশিষ্ট অঙ্গ বিশেষ গতিকে যি গীত নাম-প্ৰসঙ্গৰ অপৰিহাৰ্য্য অঙ্গ সেইয়ে উপাসনাৰ গীত, মাৰ্গসঙ্গীত বা আমাৰ অসমীয়া নামাকৰণত বৰগীত। শ্ৰীৰাজ-মোহন নাথ ডাঙৰীয়াৰ মতে "বৰগীত নামটো সঙ্গীত শাস্ত্ৰৰ বিধান অনুসৰি দিয়া নাম। ধ্ৰুৱ, অন্তৰা, আভোগ আদি পূৰ্ণ অৱয়ৱৰ ৰচিত আৰু ৰাগেই প্ৰধান বস্তু ৰূপে ব্যৱহৃত, গাবলৈ কঠিন আৰু পৰিশ্ৰম সাধ্য ওস্তাদী গান বিলাকক পশ্চিম ভাৰতীয় গায়ক সকলে যেনেকৈ—তেনে গীত সমূহক "বড়া গানা" বোলে শঙ্কৰ দেৱেও এই বড়া গানা পদৰ পৰা বৰগীত শব্দ ব্যৱহাৰ কৰিছে বুলি কব খোজে। আমি এই মত সমৰ্থন কৰিব নোৱাৰি বিভিন্ন যুক্তিৰে ইয়াৰ প্ৰতিবাদ কৰি আহিছোঁ। শ্ৰীশঙ্কৰ মাধৱদেৱে এই গীত বিলাকৰ বৰগীত নামাকৰণ কৰা কথা আমি ক'তো নেপাওঁ। পৰবৰ্ত্তী উপাসক গুৰু-ভক্ত সকলে—অন্যান্য গীতৰপৰা পৃথকাই শ্ৰেষ্ঠত্ব দিবৰ অভিপ্ৰায়েৰে বা শাস্ত্ৰ-সম্মত উন্নত লক্ষণ যুক্ত কাৰণেই এই গীত বিলাকক বৰগীত নামাকৰণ কৰা বুলিহে আমি বিশ্বাস কৰোঁ।

বৰগীত বিলাকত কেৱল ৰাগটিহে বন্ধা আছে, তাত তালৰ উল্লেখ নাই। নাটৰ গীত বিলাকত কিন্তু ৰাগ আৰু তাল উভয়কে নিৰ্দ্দিষ্টকৰি দিয়া আছে। কীৰ্ত্তন-প্ৰসঙ্গত এই বৰগীত গোৱা প্ৰথা

ছুটি। প্ৰতিদিনৰ চলিত প্ৰসঙ্গত তাল আৰু বাদ্যৰ সংযোগ নেৰাখি—কেৱল ৰাগৰ ঠাটটিৰ আলাপ তান দি গীতৰ ৰাগ বিলাক গোৱা হয়। এইদৰে গাওঁতে তালৰ প্ৰতি বিশেষ দৃষ্টি নেৰাখি প্ৰকৃত ৰাগৰ ৰূপটি আলাপত প্ৰকাশ কৰা হয় মাত্ৰ। গুৰু ঘাতৰ বাদ্য বজাই আনপ্ৰকাৰ প্ৰসঙ্গ কৰা সময়ত যি ৰাগৰ গীত গাবলৈ মনস্থ কৰা হ'ব, সেই ৰাগ দি (আলাপ তান দি) গুৰুঘাত বাদ্যৰ অন্তত-গীত ধৰা হয়। এইদৰে বৰগীত গাওঁতে একোটি ৰাগৰ মূল সুৰ লয়ৰ দ্বাৰা বিকৃত হ'ব নোৱাৰা একাধিক বিভিন্ন তাল সংযোগ কৰি গোৱা হয়।

বহুতে এনেকৈ মত প্ৰকাশ কৰাও শুনা যায় যে, বৰগীতত শ্ৰীশঙ্কৰ মাধৱদেৱে তাল উল্লেখ কৰি যোৱা নাই যেতিয়া বৰগীত তাল সংযোগ নকৰাকৈ বা তাল ৰক্ষা পৰা নপৰাৰ প্ৰতি দৃষ্টি নৰখাকৈ গালেও বৰগীত গোৱা হ'ব পাৰে। কিন্তু সঙ্গীত বিজ্ঞানে এনে যুক্তি কেতিয়াও সমৰ্থন কৰিব নোৱাৰিবে। শাস্ত্ৰীয় বিধান মতে— "বাদ্যঃ গীতানুবৃত্তিচ" বুলি কৈছে। বাদ্যই চিৰকাল গীতৰ ভাব, গতি, অনুসৰণ কৰি তাৰ উদ্দেশ্য সাধনৰ সহায়কাৰী হ'ব লাগিব। বৰগীত গাওঁতে এই বিধি-ব্যৱস্থা সম্পূৰ্ণকৈ পালন কৰা হয়।

তাল শব্দৰ অৰ্থ চমুকৈ কবলৈ গ'লে গীতৰ কাল বিভাগ মাত্ৰ। ধ্বনিৰ স্থিতি বা গতিৰ সময় পৰিমাপক উপায় হৈছে তাল। য'ত গান বা গীতৰ স্বৰৰ প্ৰতিষ্ঠা,—সেইয়ে নাম পাইছে তাল। যি স্বৰৰ যি গতি বা স্থিতি সেইবিলাক তদনুৰূপ তালত বিভক্ত হয়। তালত গীতৰ স্বৰধ্বনি সংযম, শৃঙ্খলা আৰু সৌষ্ঠৱ সম্পূৰ্ণকৈ সংৰক্ষিত হয়। গতিকে তাল সংযোগ বিহীন বা বেতালত গীত গোৱা হ'বই নোৱাৰিবে।

বৰগীত গাওঁতে তালৰ এনে দৃঢ়ভাৱে ৰক্ষা কৰা হয়। কোন ৰাগৰ কোনটি গীত, তাৰ স্বৰধ্বনিৰ গতি-বিধি লক্ষ্য কৰি কি কি তালৰ সংযোগৰ গোৱা হ'ব, বিজ্ঞ সকলে সু-বিচাৰেৰে তাক নিৰ্দ্দিষ্ট কৰি লয়। স্বৰৰ গতিত স্থিতিৰ অনুৰূপে বৰগীতত তাল সংযোগ কৰি সঙ্গীত-বিজ্ঞান বিধি অটুট ৰখা ব্যৱস্থা দৃঢ়তাৰে পালন কৰা হয়।

হিন্দুস্থানী সঙ্গীতত তিনি প্ৰকাৰ গানৰ প্ৰাধান্যতা দেখা যায়, ধ্ৰুপদ, খেয়াল আৰু টপ্পা। ইয়াৰ ভিতৰত ধ্ৰুপদেই সকলোতকৈ প্ৰাচীন আৰু শ্ৰেষ্ঠ বুলি উল্লেখ আছে। ইয়াত সুৰ ৰচনাৰ গাম্ভীৰ্য্য বিশেষৰূপে ৰক্ষা কৰা হয়। এই ধ্ৰুপদ শ্ৰেণীৰ গীতত চৌতাল, ঢামাৰ, আড়াচৌতাল, তেওৰা, ৰূপক, সুৰফাক্তা, ঝাপ-তাল, ব্ৰহ্মতাল, ঢিমা-তেতালা আদিৰ সংযোগত গোৱা হয়। বৰগীত বিলাকো সুৰযোজনা, ৰচনাৰ গাম্ভীৰ্য্য আদি লক্ষণলৈ চাই ধ্ৰুপদ গীত নোবোলাৰ যুক্তি নাই। বৰগীতত সংযোজনা কৰা তালবোৰৰ কিন্তু নাম সম্পূৰ্ণ বেলেগ। গতি, লয়, মাত্ৰা আদিও বহুক্ষেত্ৰতে অমিল। আমাৰ বৰগীতত সংযোজনা কৰা তালবিলাকৰ নাম হৈছে যেনে :— পৰিতাল, যতি, বিষম, ৰূপক, চুতকলা, দোমানি, গঞ্জল আদি সৰ্ব্বমুঠ প্ৰধান বাৰখন। বহুতে ইয়াতো অধিক তাল থকা বুলি কয়। এই প্ৰধান তালবিলাকৰ শাখা প্ৰশাখা বাঢ়ি অধিক হোৱা নিশ্চয় সম্ভৱ।

যেনে ঃ— যতি, ধৰমযতি, মাথযতি, উন্‌যতি, বৰযতি। বিষম—সৰুবিষম, বৰবিষম, জোতা-বিষম আদিয়েই তাৰ প্ৰমাণ।

যদিও উত্তৰ ভাৰতীয় ধ্ৰুপদ গীতৰ তালৰ লগত আমি আমাৰ বৰগীতৰ তাল একে নাম বা লক্ষণেৰে মিলি যোৱা দেখা নেপাওঁ, তথাপি সঙ্গীত বিজ্ঞানৰ মাপ-কাঠিৰে জুখি মাখি চালে কোনো গুণে বৰগীতৰ তালৰ গুণ-ক্ৰিয়াদিৰ হীনাৱস্থা দেখা নেপাওঁ। এই অৱস্থালৈ লক্ষ্য কৰি আৰু বৰগীতৰ ৰাগ, তাল আদিৰ প্ৰতি বিশেষ জ্ঞান আৰ্জ্জি লোকৰ যত্ন নকৰি বহুলোকে একপক্ষীয় জ্ঞান আৰু দৃষ্টি ভঙ্গীৰে আমাৰ বৰগীতনো কোন পৰ্য্যায়ৰ গীত সেই স্থান নিৰ্ণয়লৈকে সন্দেহৰ ভাব পোষণ কৰে। ধ্ৰুপদ গীতৰ প্ৰত্যেক কলিত বিভিন্ন তাল ব্যৱহৃত কৰা হয়, তাক প্ৰৱন্ধ সঙ্গীত বোলা হয়। এই লক্ষণ বৰগীতত উত্তমকৈ প্ৰকাশ পাইছে। সৰ্ব্ব-সাধাৰণতে বৰগীত গাওঁতে প্ৰতিটি গীতত পৰিতাল, যতি, বিষম, একতালি আদি ৪।৫ খনৰো অধিক তাল বিভিন্ন অন্তৰাত সংযোগ কৰি গোৱা প্ৰথা প্ৰৱৰ্ত্তি আছে।

"সঙ্গীত" বিলাসীৰ বিলাসোপকৰণ, কৰ্ম্মীৰ জিৰণি অমৃত, ভাবুকৰ ভাৱ প্ৰসৰণৰ নিঝৰা, সাধকৰ শ্ৰেষ্ঠ সাধন, যোগীৰ প্ৰাণোপম ধন। এনেবিলাক সু-লক্ষণ আৰু মাহাত্ম্য বৰগীতৰ প্ৰতি পংক্তিত উজ্জ্বল হৈ থকা বুলি ক'লে কেতিয়াও বঢ়াই কোৱা নহয়। আজি অসমৰ জাতীয় সংস্কৃতি সঞ্জীৱিত কৰি ৰাখিছে শ্ৰীশঙ্কৰ মাধৱদেৱে দান কৰি যোৱা সাহিত্য সঙ্গীত নাট-ভাৱনা আদিয়েইহে। আমি আমাৰ উন্নতি পথত আগুৱাই যাবলৈ হ'লে আমাৰ হাতত থকা প্ৰাচীন সমলৰ সহায় ব্যতিৰেকে কেতিয়াও কৃতকাৰ্য্যতা লাভ কৰিব নোৱাৰিম।

সঙ্গীত নৃত্য অভিনয় আদিৰ ক্ষেত্ৰত অসমীয়া, বঙ্গালী, উৰিয়া, পাঞ্জাবী আদিৰ বিভেদ পাৰ্থক্য নামানি এক ভাৰতীয় সংস্কৃতি গঢ়ি তোলা বা তেনে মত স্বীকাৰ কৰা ভাব আমি অনেকেই পোষণ কৰোঁ। বৃহৎ ভাৰতীয় সংস্কৃতিৰ গ্ৰাসত সকলোৱেই বুৰ গৈ থকা বুলি স্বীকাৰ নকৰি উপায় নাই। তথাপি প্ৰাকৃতিক অৱস্থান, ভাষা, ৰীতি-নীতি, আচৰণ-প্ৰৱৰ্ত্তনৰ পাৰ্থক্য অনুসৰি নৃত্য, গীত, সাহিত্য সংস্কৃতিৰ ক্ষেত্ৰতো পৃথক বিশেষত্ব থকা অসম্ভৱ হ'ব নোৱাৰে। এই পৃথক সংস্কৃতিয়েই একোটা জাতি আৰু একোখন সমাজৰ বিশেষত্ব ৰক্ষা কৰি আছে। আজি অসমৰ সঙ্গীত জগতত উজ্জ্বল হৈ উঠিবলৈ কৰা সকলো চেষ্টা ফলৱতী হ'ব—অসমৰ প্ৰাচীন গীত নাট আদিৰ বৈজ্ঞানিক চৰ্চ্চা, আৰু শিক্ষা লাভৰ যোগেদিহে।

ৰাগ-ৰাগিণী সমূহৰ সৃষ্টি তথ্য উদ্‌ঘাটন কৰিলে অতীতৰ শাস্ত্ৰকাৰ পণ্ডিতসকলৰ পৰিপক্ক জ্ঞানৰ পৰিচয় মাত্ৰ প্ৰকাশ হয়। হিন্দু সঙ্গীতত ৰাগ-ৰাগিণী সম্বন্ধে চাৰি প্ৰকাৰৰ মতৰ প্ৰচলন দেখা যায়। তাৰ ভিতৰত হনুমন্তৰ মতেই আমাৰ দেশত প্ৰাধান্য লাভ কৰিছে। হনুমন্তৰ মতে ছয় ৰাগ আৰু ছয়ত্ৰিশ ৰাগিণী। ভৈৰৱ, মালকৌশ, হিন্দোল, দীপক, শ্ৰীৰাগ আৰু মেঘ। এই ছটাই প্ৰধান ৰাগ।

আমাৰ শ্ৰীশঙ্কৰ মাধৱদেৱ মহাপুৰুষ দুজনাই বৰগীত আৰু নাটৰ গীত বিলাক ৰাগ বুলিছে

উল্লেখ কৰি গৈছে, ৰাগিণীৰ ক'তো নামেই লোৱা নাই। সঙ্গীত শাস্ত্ৰৰ পাত লুটিয়াই পোৱা যায়,— "শ্ৰী"ৰাগৰ পৰা ধনশ্ৰী, গৌৰী আদি; মেঘৰাগৰ পৰা মল্লাৰ, শাৰঙ্গ, মধুমাধৱী (বসন্ত) আদি; দীপকৰ পৰা ললিত, কামোদ, কেদাৰ ভুপালি, কল্যান, আদি; ভৈৰৱ ৰাগৰ পৰা ভৈৰৱী, ৰাম-কেলি, সিন্ধুৰা আদিৰ উৎপত্তি হৈছে। ইয়াৰ পৰা দেখা যায় যে, মূল শ্ৰীৰাগৰ বাহিৰে মহাপুৰুষ দুজনাই বাকী কেইটি মূল ৰাগ ব্যৱহাৰ নকৰি, উপ ৰাগবিলাককে ব্যৱহাৰ কৰিছিল; আৰু তাৰ নামো ৰাগকে বুলিছিল। কল্যাণ, ভুপালি, আশোৱাৰী, কামোদ, কেদাৰ, ললিত, ধনশ্ৰী, আদি ৰাগ বৰগীত আৰু নাটৰ গীতত সন্নিবেশিত কৰা হৈছে।

ধ্ৰুপদ গীতত চাৰিটি অঙ্গ (কলি) সাধাৰণতঃ থাকে। যেনে:—অস্থায়ী, অন্তৰা, সঞ্চাৰি আৰু আভোগ। এই অস্থায়ীকে মহড়া বা ধ্ৰুৱপদ (ধ্ৰুং) বোলে। ইয়াৰ লগত যিখিনি আনুষঙ্গিক পদ ৰচিত থাকে তাক ছন্দ বুলি কয়। বৰগীতৰ সুৰ, লয়, ছন্দ, তাল আৰু ধ্ৰুৱপদৰ লক্ষণৰপৰা সঠিককৈ ক'ব পাৰি যে,—বৰগীত শাস্ত্ৰসম্মত ধ্ৰুপদ গীত। বৰগীতত সন্নিবেশিত বিভিন্ন ৰাগবিলাক বাদ্য-যন্ত্ৰৰ লগত সমন্বয় ৰাখি গালে ভালকৈ প্ৰমাণ হ'ব যে, বৰগীততো ঔড়ৱ, খাড়ৱ আৰু সম্পূৰ্ণ স্বৰ ব্যৱহৃত হয়। বৈজ্ঞানিক দৃষ্টিভঙ্গীত গ্ৰহস্বৰ ন্যাসস্বৰ ভালকৈ প্ৰকাশ পায়। বৰগীতৰ ৰাগবিলাক স্বৰলিপিত ৰূপায়িত কৰা হ'লে—বাদী, বিবাদী, সংবাদী স্বৰ সহজেই ধৰা পৰিব।

উত্তৰ ভাৰতীয় হিন্দু সঙ্গীতৰ ৰাগবিলাক গোৱাৰ যি সময় নিৰ্দ্ধাৰণ কৰা আছে, সেই সময় আমাৰ অসমৰ শ্ৰীশঙ্কৰ মাধৱদেৱে নিৰ্দ্দিষ্ট কৰি যোৱা সময়ৰ লগত সম্পূৰ্ণ অমিল। সৰ্ব্ব ভাৰতীয় মতবাদৰ লগত শাস্ত্ৰীয় সঙ্গীতৰ নীতি-নিয়ম অটুট ৰাখিবলৈ কৰা প্ৰয়াসৰ ফলত বহু সঙ্গীতবিদে আমাৰ অসমত প্ৰচলিত বৰগীতৰ ৰাগ আৰু তাৰ গোৱাৰ সময়—শ্ৰীশঙ্কৰ মাধৱৰ দ্বাৰা নিৰ্দ্দিষ্ট হোৱাটিতে সন্দেহৰ ভাব পোষণ কৰি পৰবৰ্ত্তী গায়ক সকলৰ অজ্ঞতা বুলিহে ধৰি ল'ব খোজে। তলত গোটাদিয়েক ৰাগৰ গোৱা সময় নিৰূপণৰ চমু তালিকা এটি দাঙি ধৰা হল:—

| ৰাগৰ নাম | উত্তৰ ভাৰতীয় সঙ্গীতৰ গোৱা সময় | অসমৰ বৰগীত গোৱা সময় |
| --- | --- | --- |
| আশোৱাৰী ··· | দিনৰ ২য় প্ৰহৰ ··· | ৰাতি ১ম প্ৰহৰৰ পৰা ২য় প্ৰহৰ পৰ্য্যন্ত। |
| ধনশ্ৰী ··· | দিনৰ ৪ৰ্থ প্ৰহৰ ··· | ৰাতি ১ম প্ৰহৰৰ পৰা ২য় প্ৰহৰ পৰ্য্যন্ত। |
| কল্যান ··· | ৰাতি ১ম প্ৰহৰ ··· | দিনৰ ১ম প্ৰহৰৰ পৰা ডেৰ পৰলৈ। |
| শ্ৰী ··· | দিনৰ ৪ৰ্থ প্ৰহৰ ··· | ৰাতি ১ম প্ৰহৰৰ পৰা ৪ৰ্থ লৈ। |
| শ্যাম ··· | ৰাতি ১ম প্ৰহৰ ··· | উষাকালৰ পৰা দিনৰ ডেৰপৰ। |

উপৰুক্ত উদাহৰণত প্ৰকাশ পোৱা দৰেই বাকীবিলাক ৰাগ গোৱাৰো সময়ৰ লগত আমাৰ অসমীয়া সঙ্গীতৰ ভেটি বৰগীতৰ গোৱা সময়ৰ লগত মিল নাই। ওপৰৰ তালিকাত প্ৰকাশ

হৈছে। ভাৰতীয় সঙ্গীত বিধান মতে শ্যাম ৰাগৰ গীত ৰাতি ১ম প্ৰহৰত গোৱা হয়, কিন্তু আমাৰ বৰগীতৰ নিৰ্দ্দিষ্ট সময় উষাকালৰ পৰা দিনৰ ভেৰপৰ সময় পৰ্য্যন্তহে। তলত দিয়া গীতটিৰ কাহিনী আৰু ভাৱ-ভাষাই স্পষ্ট প্ৰমাণ কৰিব যে,— শ্ৰীমাধৱদেৱে এই গীতটি উষা কালত গোৱাৰ উপযোগীকৈহে সুৰ, লয়, ছন্দ নিৰ্বন্ধনেৰে ৰচনা কৰি গৈছে।

গীত – ৰাগ শ্যাম।

ধ্ৰুং। তেজৰে কমলাপতি পৰভাতে নিন্দ।
তেৰিচান্দ মুখপেখু উঠৰে গোবিন্দ॥
পদ—ৰজনী বিদূৰ দিশ ধৱলি বৰণ।
তিমিৰ নাশিয়া বাজ ৰবিৰ কিৰণ॥
শেত-পদ্ম বিকশিত ভ্ৰমৰ উদয়।
ব্ৰজবধূ দধি মথে তুৱা গুণ গাই॥
দাম সুদামে ডাকে তেৰি লইয়া নাম।
হেৰ দেখ উঠিয়া আসিল বলৰাম॥
নন্দ গেল বাথানে গোৱাল গেল পাল।
সুৰভী চাৰিতে লাগে উঠৰে গোপাল॥
ক্ষীৰ লৱণু লৈয়া সিঙ্গা বেট-বেণু।
সকালে মেলিও বৎস হাম্বাৰাৱে ধেনু॥
কহয় মাধৱ-মাই কিনো তপসাইলা।
ত্ৰিজগত পতি হৰি ৰাখোৱাল পাইলা॥

উপৰোক্ত গীতটিৰ উদাহৰণেৰেই শ্ৰীশঙ্কৰ মাধৱদেৱে ৰচনা আৰু ৰাগ সংযোগ কৰা গীত বিলাকৰ গোৱা সময়ো যে, সি সকলে নিৰ্দ্দিষ্ট কৰা মতেই প্ৰৱৰ্ত্তি আছে তাক আংশিক স্বৰূপে হলেও সন্দেহ ভঞ্জনৰ কাৰণ বুলি ধৰিব পৰা যাব। শঙ্কৰ মাধৱদেৱৰ ৰচিত সকলো গীতৰ ৰাগেই শাস্ত্ৰানুমোদিত। এনেস্থলত উত্তৰ ভাৰতীয় ৰাগৰ ঠাট, স্বৰৰ গতি, বিকাশ স্থিতি তাল আৰু গোৱা সময় পৰ্য্যন্ত বৰগীতৰ যি অমিল পৰিলক্ষিত হৈছে—সেই সম্বন্ধে চিন্তা আলোচনা আৰু অনুসন্ধান কৰা নিতান্তই আৱশ্যক হৈ পৰিছে। বিজ্ঞ সঙ্গীতবিদ্ সকলে এইবিষয়ে কি মতামত প্ৰকাশ কৰে, তালৈ আগ্ৰহেৰে অপেক্ষা কৰিব লগা হৈছে।

আমাৰ এক শ্ৰেণীৰ সঙ্গীতজ্ঞসকলে উত্তৰ ভাৰতীয় হিন্দুস্থানী সঙ্গীতৰ ছুকোল-টকা ধলত উটি বৰগীতৰ প্ৰচলিত সুৰবিলাক শ্ৰীশঙ্কৰ মাধৱৰ কেইবা শ বছৰৰ পাছত বৰ্ত্তমান বিকৃত বা লুপ্ত হোৱা বুলিয়েই শঙ্কা কৰে। হিন্দুস্থানী সঙ্গীতৰ ৰাগৰ ঠাট্ অনুযায়ী স্বৰ লিপিৰে লুপ্ত সুৰ পুনৰুদ্ধাৰৰ চেষ্টা কৰাহে প্ৰয়োজন বিবেচনা কৰে। এনে মতবাদৰো যে মূল্য কিবা আছে তাৰ প্ৰমাণ আমি বিচাৰি নেপাওঁ।

পূৰ্ব্ব কালত সঙ্গীত বিদ্যাৰ অতিশয় চৰ্চ্চা আৰু অনুশীলন স্বত্বেও স্বৰলিপিৰ দ্বাৰা গীত শিক্ষাৰ ৰীতি প্ৰচলিত নাছিল। তাৰ কাৰণেই বহুত শাস্ত্ৰীয় উচ্চস্তৰৰ গীত লুপ্ত হৈ যোৱা বুলি পণ্ডিতসকলে অনুমান কৰে। শ্ৰীশঙ্কৰ-মাধৱৰ দিনতহে নেলাগে বিখ্যাত সঙ্গীতবিদ্ তান্‌সেনৰ দিনলৈকে আৰহ সঙ্গীতৰ চৰ্চ্চাই হৈ আছিল। অৱশ্যে কাণেৰে শুনি অনুভূতিৰে উপলব্ধি কৰি সুকণ্ঠী গায়ক ৰূপে কৃতকাৰ্য্যতা লাভ কৰা একোজন তাপসৰ পক্ষেহে সম্ভৱপৰ হৈ উঠিছিল নিশ্চয়। তান্‌সেনৰ সাধনালব্ধ বিদ্যা,—যোগ্য শিষ্যৰ যোগে প্ৰতিভাত হৈ আহিছে বুলিয়েই আজি ভাৰতীয় হিন্দু সঙ্গীতৰ ক্ৰমোন্নতি পৰিলক্ষিত

হৈছে। সেইদৰেই বৰগীতৰ ক্ষেত্ৰতো আমি ক'ব পাৰো যে,—প্ৰতিদিনৰ চাৰিও প্ৰসঙ্গত, আন কি ৰাষ্ট্ৰবিপ্লৱৰ দিনতো ক্ষতি-ক্ষুণ্ণ নোহোৱা সত্ৰ-সভাৰ নাম প্ৰসঙ্গৰ প্ৰাণ-বস্তু বড়গীতৰ সুৰ, তাল আদি সাধনাৰ সমল হৈ আজিকোপতি অবিকৃত ভাৱে আছে। সত্ৰীয়া ধৰ্ম্মগুৰু উপাসক ভক্তবৃন্দৰ ভিতৰৰ নিচেই কম সংখ্যক হলেও সুৰ সাধক তাপস দেশত আছিল আৰু আছে।

---

# অসমত সমবায় আন্দোলন

শ্ৰীৰেণুধৰ হাজৰীকা



১ম মহাসমৰৰ পাছত দেখা দিয়া অৰ্থনৈতিক সমস্যাৱলীয়ে সমবায় সমিতি বিলাকৰ যি ক্ষতি কৰিলে তাৰ ফলত সমবায় অনুষ্ঠানৰ প্ৰতি ৰাইজৰ আস্থা কমি গৈছিল। ১৯৪৮ চনত অসম চৰকাৰে নতুন ধৰণেৰে ব্যৱসায় সমবায় সমিতিসমূহ প্ৰতিষ্ঠা কৰিছিল। ব্যৱসায় সমবায় সমিতি বিলাকৰ উদ্দেশ্য আছিল সভ্যসকলৰ আৰ্থিক, সামাজিক আদি অৱস্থাৰ উন্নতি বিধান কৰা। বিশেষকৈ :—

(১) সভ্যসকলৰ প্ৰয়োজনীয় বয়-বস্তু সমিতিৰ এলেকাৰ ভিতৰলৈ আমদানি কৰা।

(২) সমিতিৰ এলেকাৰ ভিতৰত বেচা কিনাৰ কেন্দ্ৰ স্থাপন কৰি বেচা-বেপাৰৰ সু-ব্যৱস্থা কৰা।

(৩) সভ্যসকলৰ উৎপাদন কৰা আৱশ্যকৰ ওপৰঞ্চি বস্তু সমিতিৰ এলেকাৰ বাহিৰলৈ ৰপ্তানি কৰা।

(৪) সভ্যসকলে বেঙ্ক সম্পৰ্কীয় সুবিধা পোৱাৰ ব্যৱস্থা কৰা।

(৫) সভ্যসকলৰ সকলো প্ৰকাৰৰ ইন্সিওৰেঞ্চৰ সুবিধা কৰা।

সেই সমিতিসমূহ প্ৰতিষ্ঠা কৰা হৈছিল নিয়ন্ত্ৰীত বস্তুৰ ওপৰত নিৰ্ভৰ কৰি। চৰকাৰে বস্তুবিলাকৰ নিয়ন্ত্ৰণ উঠাই দিয়াৰ পিছত সমবায় সমিতি সমূহে স্বতন্ত্ৰীয়া ব্যৱসায়ীসকলৰ প্ৰতিযোগীতাৰ সন্মুখীন হব লগীয়া হয়। স্বতন্ত্ৰীয়া ব্যৱসায়ী সকলে ব্যৱসায় সমবায় সমিতি সমূহতকৈ বহুত কম মূল্যত বস্তুবিলাক বেচিবলৈ ধৰিলে। চালুকীয়া অৱস্থাৰ হেতুকে ব্যৱসায় সমবায় সমিতিসমূহে প্ৰতিযোগীতাত টিকি থাকিব নোৱাৰিলে। চৰকাৰৰ ফালৰ পৰাও সমিতিসমূহ ৰক্ষা কৰিবলৈ কোনো ব্যৱস্থা কৰা নহল। সমবায় সমিতিসমূহৰ এনে অৱস্থা দেখি সমবায় অনুষ্ঠানৰ প্ৰতি ৰাইজৰ বিশ্বাস একেবাৰে কমি গৈছিল। কিন্তু যোৱা ৩।৪ বছৰৰ ভিতৰত ৰাইজৰ সেই মনোভাৱ পৰিবৰ্ত্তন হোৱা আৰু সমবায় অনুষ্ঠানৰ প্ৰতি কিছু আগ্ৰহ হোৱা দেখা গৈছে। চৰকাৰেও এই সময় ছোৱাৰ ভিতৰত সমবায় অনুষ্ঠান বিলাক নতুন ধৰণেৰে স্থাপন কৰি ৰাইজক যোগান ধৰিবলৈ চেষ্টা কৰা দেখা গৈছে।

সমবায়ৰ যোগেদি বস্তু বেচা আৰু বস্তু ভঁড়ালত জমা ৰখাৰ কাম হাতত লবলৈ চেষ্টা

কৰা হৈছে। গাৱঁলীয়া ধন ধাৰে দিয়া সমিতি সমূহ নতুন ধৰণেৰে পুনৰ স্থাপন কৰা হৈছে আৰু শিল্প অনুষ্ঠান সমূহৰ উন্নতি কল্পে সক্ৰিয় সহায় আৰু সহানুভূতিৰে কাৰ্য্য হাতত লোৱা হৈছে।

অসমত ১৯৫২-৫৩ চনত সমবায় সমিতিসমূহৰ যোগেদি দিয়া গাৱঁলীয়া ঋণৰ পৰিমাণ প্ৰায় দুই লাখ টকা হ'ব। ১৯৫৪ চনত গাৱঁলীয়া ধন ধাৰে দিয়া ব্যৱস্থা পুনৰ সংস্থাপন কৰা হয় আৰু সেই বছৰত প্ৰায় ১২,৫০,০০০৲ টকা ধাৰে দিয়া হয়। ১৯৫৫-৫৬ চনত প্ৰায় ২০ লাখ টকা ধাৰে দিয়া হয়। যোৱা বছৰৰ ভিতৰত মুঠ কৃষিঋণ আৰু মধ্য কালিন ঋণৰ পৰিমাণ ৩৯ লাখ টকা হব। সমবায় বিভাগৰ পৰা জনা যায় যে বাইজে অকল ধন ধাৰে লবলৈকে ইচ্ছা নকৰে। ধাৰ পৰিশোধ কৰাতো তেওঁলোক সজাগ।

সমবায় নীতিত শিল্প উদ্যোগৰ কেইবাটাও লাগতিয়াল আচনি হাতত লোৱা হৈছে। তাৰ ভিতৰত কুৱালগুৰিত চেনিৰ কল, ফুলবাৰীত কপাহ ধুনা কল, বৰপেটা মৌজাৰ কনজুমাৰ চৰ্চৰ বিজুলী সৰবৰাহ কাৰ্য্য, কমাৰ শিল্প সমিতি কলতা, সমবায় কহাঁৰ সঙ্ঘ সৰ্থেবাৰী, কাঁহ-পিতলৰ সমবায় সমিতি হাজো, গুৱাহাটীৰ খাপৰি উৎপাদন সমিতি বিশেষ উল্লেখ যোগ্য। এই সমিতিবোৰৰ সফলতাৰ ওপৰতেই ভৱিষ্যত সমবায় আন্দোলনৰ নতুন প্ৰেৰণা নিৰ্ভৰ কৰে। সমিতিবোৰৰ কাৰ্য্য পৰিচালনাৰ কাৰণে প্ৰথমৰ পৰাই ধন ধাৰে দি আৰু দান দি সহায় কৰা হৈছে। চেনি কল নিচিনা বৃহৎ অনুষ্ঠান কুৱালগুৰিত আৰম্ভ কৰা হৈছে আৰু ১৯৫৮ চনৰ আৰম্ভনিতে চেনি উৎপাদন হব বুলি আশা কৰা হৈছে।

১৯৫৩ চনৰ পৰা বোৱা-কটা সমবায় সমিতিৰ কাৰ্য্য হাতত লোৱা হৈছে। বৰ্ত্তমানলৈকে ৭০০ খনতকৈয়ো বেচি বোৱা-কটা সমবায় সমিতি প্ৰতিস্থা হৈছে। এই সকলো বিলাক সমিতিয়ে সৰ্ব্ব ভাৰতীয় "হেন্দলুম বৰ্ড"ৰ পৰা বিভিন্ন সাহাৰ্য্য আঁচনিৰ যোগেদি ধন ধাৰে আৰু এক কালিন সাহাৰ্য্য পাইছে। ইতিমধ্যে এখন প্ৰাদেশিক বোৱা-কটা সমবায় সমিতি প্ৰতিস্থা হৈছে। এই সমিতিখনে প্ৰাইমেৰী সমিতিবিলাকৰ সা-সুবিধা কাপোৰ, সূতা বেচা কিনাৰ ব্যৱস্থা আদি সকলোবিলাক কাম কৰিব।

দীৰ্ঘম্যাদী ঋণ দিবৰ বাবে কেন্দ্ৰীয় মাটি বন্ধকী বেঙ্ক স্থাপন কৰা হৈছে। গুৱাহাটী আৰু নগাৱঁত যি প্ৰাথমিক মাটি বন্ধকী বেঙ্ক আছিল সেই বেঙ্ক পুনৰ সংগঠন কৰি কেন্দ্ৰীয় মাটি বন্ধকী বেঙ্কৰ অন্তৰ্ভূক্ত কৰিবলৈ দিহা কৰা হৈছে। এই দুই অঞ্চলৰ বাহিৰে অন্য ঠাইত কেন্দ্ৰীয় মাটি বন্ধকী বেঙ্কে চেণ্ট্ৰেল আৰু এপেক্স বেঙ্কত শাখা খুলি দীৰ্ঘম্যাদী ঋণ দিয়াৰ ব্যৱস্থা কৰিছে। কৃষি ঋণৰ ভাৰ চেণ্ট্ৰেল বেঙ্কক দিয়া হৈছে। প্ৰত্যেক জিলাতে একোখন চেণ্ট্ৰেল বেঙ্ক থাকিব। এই চেণ্ট্ৰেল বেঙ্ক সমূহে কৃষি ঋণৰ আচনি মতে কাম কৰিব।

খাদ্য দ্ৰব্য উৎপাদনৰ বিষয়টো বৰ্ত্তমান এটা ডাঙৰ সমস্যা হৈ পৰিছে। এই সমস্যা সমাধানৰ বাবে চৰকাৰে সমবায় খেতি সম্বন্ধে বিশেষ লক্ষ্য কৰিছে। বৰ্ত্তমান অৱস্থাত এনেকুৱা সমিতিৰ যোগেদিহে যে প্ৰকৃত উদ্দেশ্য সাধন কৰিব পাৰি তাক সকলোৱে উপলব্ধি কৰিছে। এই বিষয়ে সমবায় বিভাগে এখন বিশদ আঁচনি প্ৰস্তুত

কৰিছে। ইতিমধ্যে আগতে স্থাপিত হোৱা কেইখনমান খেতি সমবায় সমিতি নতুন ধৰণেৰে সংগঠন কৰি আদৰ্শ পাম হিচাবে স্থাপন কৰিবলৈ যত্ন কৰা হৈছে। তাৰবাবে সমবায় বিভাগে সমিতি কেইখনক টকা-কড়ি সাহাৰ্য্য আৰু খেতি বিষয়ে লাগতিয়াল দিহা পৰামৰ্শ দিয়াৰ ব্যৱস্থা কৰিছে।

সমবায় আন্দোলনৰ গুৰি ধৰি ইয়াৰ উন্নয়নৰ কাৰ্য্যত সাৰ্থকতা লাভ কৰিবৰ বাবে ৰাজ্যিক সমবায় ইউনিয়ন স্থাপন কৰা হৈছে। এই ৰাজ্যিক সমবায় ইউনিয়নৰ কাম সুচাৰুৰূপে চলাবৰ কাৰণে জিলা সমবায় ইউনিয়ন স্থাপন কৰা হৈছে। সকলো ধৰণৰ সমবায় সমিতিসমূহ জিলা সমবায় ইউনিয়নৰ লগত জড়িত থাকিব। জিলা সমবায় ইউনিয়নে সমবায় সমিতিসমূহৰ সকলো বিলাক অভাৱ-অভিযোগ গুচাই উন্নতি পথত আগবঢ়াত সহায় কৰিব আৰু ৰাজ্যিক সমবায় ইউনিয়নক এই বিষয়ে কাৰ্য্য কৰিবলৈ জনাব।

সমবায় আন্দোলন গঢ়ি তুলি কৃতকাৰ্য্যত পৰিণত কৰিবৰ বাবে সমবায় শিক্ষাৰ অতি প্ৰয়োজন। তাৰবাবে জয় সাগৰত এটি সমবায় শিক্ষা কেন্দ্ৰ প্ৰতিষ্ঠা কৰা হৈছে। এই শিক্ষা কেন্দ্ৰত চৰকাৰী অৰ্থাৎ বিভাগীয় কৰ্ম্মচাৰী আৰু বে-কৰ্ম্মচাৰী অৰ্থাত সমবায় সমিতিসমূহৰ কাৰ্য্যকৰী সভাৰ কৰ্ম্মচাৰী সকলক শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হৈছে।

যোৱা কেইবছৰৰ ভিতৰত সমবায় আন্দোলনৰ প্ৰতি চৰকাৰে যি হিচাবে কাৰ্য্য কৰিছে সেই হিচাবে ৰাইজৰ ফালৰ পৰা আগ্ৰহ কিছু কম পোৱা দেখা যায়। ৰাইজে বহুত ক্ষেত্ৰত সমবায় আন্দোলনৰ কাম বিলাক সন্দেহৰ চকুৰে চাবলৈ বাধ্য হয়। তেওঁলোকে দেখে যে চৰকাৰে এটি সমবায় অনুষ্ঠান প্ৰতিষ্ঠা কৰিবলৈ যি হিচাবে যত্নপৰ হয়, তাক ৰক্ষা কৰিবলৈ তেওঁলোকে সেই হিচাবে কোনো উপায় অৱলম্বন নকৰে। যদি ৰাইজৰ এই সন্দেহ গুচাব পৰা নহয় তেন্তে কেতিয়াও সমবায় আন্দোলন কৃতকাৰ্য্য হব নোৱাৰে। এই আন্দোলন জনপ্ৰিয় কৰিবলৈ হ'লে চৰকাৰৰ আঁচনিৰ লগত আমি সহযোগ কৰি কাম কৰিব লাগিব আৰু অনুষ্ঠান সমূহ জীয়াই ৰাখিবৰ বাবে সকলো প্ৰকাৰৰ সহায় দিবলৈ চৰকাৰক বাধ্য কৰিব লাগিব। বহুতো ক্ষেত্ৰত আমি চৰকাৰক দোষ দিওঁ, কিন্তু চৰকাৰক দোষ দি বহি থাকিলেই আমাৰ কাৰ্য্য কৰা নহয়। সেই দোষবিলাক আতৰাবৰ বাবে আমি যত্ন কৰিব লাগিব আৰু সকলোৱে লগলাগি সমবায় আন্দোলনৰ সাফল্যত কামনা কৰিব লাগিব। সমবায় আন্দোলৰ জয়যুক্ত অনিবাৰ্য্য।

# আধুনিক ৰসায়নৰ উৎপত্তি

শ্ৰীদিলীপজিৎ কাকতি
তৃতীয় বাৰ্ষিক বিজ্ঞান।

"It is the great beauty of our Science that advancement in it whether in a degree, great and small, instead of exhausting the subject of research, opens the doors to further and more abundant knowledge overflowing with beauty and utility."

সেই কাৰণেই আমি দেখিছো যে অতি প্ৰাচীন কালৰ পৰা মানৱে বিজ্ঞানৰ এটা প্ৰধান অংশ ৰসায়নৰ চৰ্চ্চা কৰি আহিছে আৰু যোৱা ডেৰ শতিকাৰ ভিতৰত ই আধুনিক বিজ্ঞানলৈ ৰূপান্তৰিত হৈছে। ৰসায়নৰ ক্ৰমোন্নতি মন কৰিবলগীয়া। কিয়নো বৰ্ত্তমান ৰসায়নৰ যিবোৰ তত্ত্ব, সেইবোৰৰ ভিত্তি এই ক্ৰমোন্নতিৰ পথতে। বিজ্ঞানৰ কোনো এটা অংশই বহুতো কঠিন ও আওপকীয়া উপায় অৱলম্বন কৰিহে এক সৰল ও সহজ তথ্য উদ্ঘাটন কৰিব পাৰে। ৰসায়নিক বিজ্ঞানেও সেইদৰে একে উপায়েই অৱলম্বন কৰিব লগা হৈছে।

প্ৰাচীন কালত গ্ৰীক দাৰ্শনিক সকলৰ বিশেষকৈ এৰিষ্ট'তলৰ ধাৰণা আছিল যে সকলো বস্তু মূলতে এটা পদাৰ্থৰ পৰা সৃষ্টি হৈ বেলেগ বেলেগ আকৃতিত আছে। এৰিষ্ট'তলে (৩৮৪--৩২২ খৃঃ পূঃ) ঘনতাৰ উন্নতি অনুসাৰে জুই, বায়ু, পানী ও মাটি এই চাৰি মূল পদাৰ্থৰে এটা সূত্ৰৰ সৃষ্টি কৰে কিছুমান পৌৰাণিক তত্ত্বৰ সমাবেশত। এই চাৰি মূল পদাৰ্থ ই ইটোৰে সিটোলৈ পৰিবৰ্ত্তন হব পাৰে বুলি সিবিলাকৰ ধাৰণা আছিল। ইইঁতৰ প্ৰত্যেকেই পদাৰ্থৰ প্ৰাথমিক গুণ বৰ্ণনা কৰে। এই গুণ সমূহ প্ৰত্যেক বস্তুতেই কিঞ্চিৎ হলেও নিহিত থাকে। এই প্ৰাথমিক গুণবিলাক গৰম ও ঠাণ্ডা, সেমেকা আৰু শুকান, পানী ঠাণ্ডা হয় আৰু ভাপ হৈ উৰি যায়, মাটি ৰ'দ দিয়াৰ লগে লগে শুকাই যায় ইত্যাদি।

এৰিষ্ট'তলে কিজানি বৰ্ত্তমান কালৰ বৈজ্ঞানিক সকলক আধুনিক তথ্য উদ্ঘাটন কৰাত, যেনে, পদাৰ্থৰ সূক্ষ্ম কণা বিলাকৰ (প্ৰোটন, নিউট্ৰন, ইলেকট্ৰন) এটা পৰমাণুত গঠন প্ৰণালী সম্বন্ধে কিঞ্চিৎ ইন্ধন যোগাইছে, কোনে জানে? তেওঁৰ গুৰু প্লেটোৱে কিজানি তেওঁলোকক সংখ্যাৰ গুণৰ ওপৰত ভিত্তি কৰি সৃষ্টি কৰা বৰ্ত্তমান ৰসায়নৰ সাময়িক বা Periodic Table খন লৈ [ৰসায়নিক গণনাত (Wave Mechanics, Quantum Theory) যাৰ মূল্য অসীম] যথেষ্ট সমল যোগাই গৈছে—তাকটো কোনেও কব নোৱাৰে।

প্ৰাথমিক পদাৰ্থৰ এই সূত্ৰই আলেকজেন্দ্ৰিয়াত প্ৰথম শতিকাৰ পৰা সৃষ্টি হোৱা গ্ৰীক গ্ৰন্থসমূহত ঠাই পাইছিল। প্ৰাচীন গ্ৰীক্ দাৰ্শনিক সকলৰ মতে কোনো পদাৰ্থক সোণলৈ কিছুমান আহিলাৰ (agent) সহায়ত ৰূপান্তৰিত কৰিব পৰা হয়, যাক সিবিলাকে Philosophic Stove বা Elixir বুলিছিল। তামক সিবিলাকৰ মতে ৰূপৰ দৰে

এটা বগা মিশ্ৰিত ধাতুলৈ (Allery) আৰু চেনিকৰ সহায়ত ৰূপান্তৰিত কৰিব পৰা হয়। এই প্ৰণালীটোক বৰ্ত্তমানৰ Dyeingৰ লগত তুলনা কৰিব পৰা হয়। আদি-ৰসায়ন বা আলকেমিৰ (Alchemy Arabic article and Greek Name Chenia) এই খিনিতেই সৃষ্টি হয়। এই আলকেমিৰ যদিও মূল্য কম আৰু সীমাবদ্ধ পৰীক্ষামূলক সৰঞ্জামৰ বাবে ই অকৃতকাৰ্য্য হয়, তথাপি বৰ্ত্তমান যুগত ইয়াৰ এটা পৰীক্ষামূলক সমৰ্থন আছে। মূল পদাৰ্থবোৰৰ ৰসায়নিক পৰিবৰ্ত্তন প্ৰণালী ইয়াৰ এটা সুন্দৰ তথ্য। আলকেমিষ্ট সকলৰ মতে সীহ (Lead) আৰু পাৰা (Mercury)ৰ সোণৰ (Gold) লগত অতি ঘনিষ্ঠতা আছে। ইইতৰ পৰমানবিক ওজন আৰু আকাৰ সোণৰ লগত প্ৰায় সমান।

আৰবীসকলে এই আলকেমি বা আদি-ৰসায়নৰ চৰ্চ্চা কৰি দুটা সুত্ৰৰ সূচনা কৰে। প্ৰথমটোৰ মতে পাৰা (Mercury)য় মাৰ্চেলবোৰক কিছুমান গুণ দান কৰিব পাৰে যেতিয়া পাৰাৰ লগত নিৰ্দ্দিষ্ট মাৰ্চেলৰ ৰসায়নিক মিলন হয়। দ্বিতীয়টোৰ মতে চালফাৰে দহন গুণ বহন কৰি মেটেলবোৰক বিশেষ কিছুমান বৰণ আৰু গুণ (যেনে বায়ুত দহন কাৰ্য্যৰ দ্বাৰা মেটেলবোৰক চাইলৈ ৰূপান্তৰিত কৰিব পাৰি) প্ৰদান কৰিব পাৰে।

ভান হালমণ্টৰ (১৫৭৭--১৬৪৪) পানীয়েই সকলো পদাৰ্থৰ মূল বুলি প্ৰমাণ কৰা এটা পৰীক্ষাই যদিও আলকেমিষ্ট সকলক দোধোৰ-মোধোৰত পেলাইছিল, তথাপি সোতৰ শতিকাৰ শেষলৈকে এই ধাৰণাসমূহ দৃঢ় হৈ আছিল। আল্কেমিষ্ট সকলৰ উপৰোক্ত সুত্ৰ দুটাৰ উপৰিও পাৰচালচাৰে ৰসায়নিক নিমখৰ (salt) আবিষ্কাৰ কৰি কোনো বস্তুৰ দৃঢ়তা (fixity) আৰু দ্ৰবনতা (Soiebility) বোলা দুটা প্ৰণালীৰ পৰা এটা সুত্ৰৰ উদ্ঘাটন কৰিলে।

১৬৬১ চনত ৰবাৰ্ট বয়লে তেওঁৰ Sceptical Chymist নামৰ কিতাপত এৰিষ্টোতলৰ জুই, পানী, বায়ু আৰু মাটি এই চাৰি পদাৰ্থ আৰু আল্কেমিষ্ট সকলৰ তিনিটা ৰসায়নিক সুত্ৰৰ পৰা উদ্ভব হোৱা নিমখ, চালফাৰ আৰু মাৰ্কুৰি কোনো বস্তুৰ প্ৰকৃততে মূল পদাৰ্থ নহয় বুলি দেখুৱাই কৈছে যে "These, being rather the ingredients of which perfectly mixed bodies, are immediately compounded and into which they are ultimately resolved." সাধাৰণ যৌগিক পদাৰ্থবোৰ পৰীক্ষাৰ দ্বাৰা আৱিষ্কাৰ কৰিব পৰা হয়; এই পদাৰ্থবোৰৰ আলম লৈয়েই কোনো মিশ্ৰিত পদাৰ্থৰ বিভিন্ন অংশবোৰ বিশ্লেষণ (Chemical Analysis)ৰ যোগেদি নিৰ্দ্ধাৰণ কৰিব পৰা হয়—এই বোৰেই হ'ল ৰবাৰ্ট বয়লৰ ধাৰণা। লাহে লাহে এই ধাৰণাবোৰ কাৰ্য্যকৰী হয়। আলকেমি আধুনিক ৰসায়নৰ শাৰীলৈ উঠে। ৰসায়নিক বিজ্ঞানৰ এক নতুন অধ্যায়ৰ সৃষ্টি হয়। ৰসায়নে এই অৱস্থা পোৱাৰ দিন ধৰি নানান বৈজ্ঞানিকৰ হাতৰ বুলনি পাই বৰ্ত্তমান এটা সুন্দৰ আৰু নীতিসঙ্গত প্ৰণালীত ৰাজ্বহই আছে।

---

# ডেকাৰ উপযুক্ত কাম

অনুবাদ ]

শ্ৰীযোগেন নেওগ
৪ৰ্থ বাৰ্ষিক কলা।

এজন নিবনুৱা ডেকাই সমাজত বহুত অশান্তিৰ সৃষ্টি কৰে। যদি এজন ডেকাক (নিবনুৱা) নিজে নিজে জীৱিকা উপাৰ্জ্জনৰ পথ উলিয়াই লবলৈ কোৱা হয় তেওঁ তেতিয়া কোনোমতে দুবেলা দুমুঠি আহাৰৰ কাৰণে হয়তো নানান অসাধু, অসৎ আৰু নীচ উপায় ল'ব পাৰে। তাৰ দ্বাৰা তেওঁ সমাজত ৰঘুমলা স্বৰূপ হৈ সমাজখনৰ ক্ষতি কৰিব পাৰে। এই নিবনুৱা সমস্যাই যে সমাজৰ উন্নতি পথৰ অন্তৰায় আৰু নানান সমাজ বিৰোধী শক্তিৰ সৃষ্টিৰ মূল তাক নাচাই, সমাজে সেই ডেকাজনৰ গাত সকলো দোষ জাপি দিয়ে। মুঠতে কবলৈ গ'লে নিকৰ্ম্মা উৰিফুৰা মনেই সহজে পাপৰ লীলা ভূমিত পৰিণত হয়।

ডেকাজনক দৃঢ় ভাৱে কোনো কামত আৱদ্ধ ৰখাই তেনে হ'লে সমাজৰ অমঙ্গল দূৰ কৰাৰ একমাত্ৰ উপায়। কিন্তু এখন প্ৰগতিশীল ৰাষ্ট্ৰ গঠন কৰিবলৈ ইয়াৰ বাহিৰেও আৰু বহুত বস্তুৰ আৱশ্যক। সেইবাবে নিবনুৱা ডেকাক কাম দিয়া প্ৰশ্নতো যথেষ্ট গুৰুত্বপূৰ্ণ। সামাজিক অৰ্থ নৈতিক আৰু শিল্প বিষয়ক কথাৰ উপৰিও এই প্ৰশ্নটোত মানুহৰ মনোবিজ্ঞানৰ কথাও সোমাই আছে।

প্ৰত্যেক ডেকাৰে একোটা স্বকীয়া ব্যক্তিত্ব, ৰুচি আৰু কাৰ্য্য ক্ষমতা থাকে। সেই কাৰণে নিয়োগৰ প্ৰশ্নটোৰ বিষয়ে চিন্তা কৰোতে এই বিলাক কথাও বিবেচনা কৰিব লাগিব। যি বিষয়ত মানুহে জাগি থকা সময়ত প্ৰায় আধা ভাগ সময় লাগি থাকিব লাগে সেই বিষয়টো সেই মানুহৰ কাৰণে এটা আনন্দৰ উৎস হোৱা উচিত। কোনো কামত নিয়োজিত হোৱাৰ পিছত এজন নিবনুৱাই পৰমুখাপেক্ষী অৱস্থাৰ পৰা মুক্তি পায়। কিন্তু সেইদৰে প্ৰগতিৰ পথত আগবাঢ়িবৰ বাবেও বনুৱাজনক সুবিধা দিব পাৰিব লাগিব। পূৰ্ণ অৱস্থা প্ৰাপ্ত হ'বৰ কাৰণে প্ৰত্যেক ডেকাৰ অন্তৰতে এটা আশা থাকে। তৰুণ শক্তিক সুখ-সন্তোষত ৰাখি গঠন মূলক কাৰ্যত লগাবলৈ হ'লে, নিয়োগ ব্যৱস্থাই সেই আশাসমূহ পূৰণ কৰিব লাগিব।

কাম কেৱল অৰ্থ নৈতিকতাৰ ভিতৰতে আৱদ্ধ নহয়। ই আমাৰ নিয়োজিত সকলৰ জীৱনৰ গতিও কিছু পৰিমানে নিয়ন্ত্ৰণ কৰে। সেইবাবেই কৃষি, শিল্প, ঘৰ কিম্বা ব্যৱসায় যি ক্ষেত্ৰতেই নহওক, তাতেই ডেকাসকলে আধুনিক যুগৰ নাগৰিক হিচাবে পাবলগীয়া সুবিধাবোৰৰ পৰা বঞ্চিত হ'ব নেলাগিব।

প্ৰত্যেকেই প্ৰত্যেক কামৰ বাবে উপযুক্ত বুলি ভবাটোও একেবাৰে ভুল। যেতিয়া এজন ডেকাই বুজিব পাৰে যে তেওঁৰ ব্যক্তিত্ব বিকাশ কৰিবলৈ তেওঁ কৰা কামটোত সুবিধা নাই, তেতিয়াই তেওঁ প্ৰবল ভাৱে আকাঙ্খাযুক্ত হৈ পৰে। তেতিয়া তেওঁ নিয়োজিত হ'লেও অসন্তুষ্ট আৰু অসুখী

হয়, এজন অশিক্ষিত নিবনুৱা ডেকাতকৈ এনে ডেকাইও সমাজৰ বেচি ক্ষতি কৰিব পাৰে।

তেনেহলে ডেকাসকলৰ তথা সমাজৰ প্ৰগতিৰ বাবে জনসাধাৰণ, ব্যক্তিগত প্ৰতিস্থান, শিল্পকেন্দ্ৰ, বিদ্যালয় আৰু নিয়োজকসকলে নিজৰ এই সম্পদসমূহ ৰক্ষা কৰিব লাগিব আৰু সমাজৰ এই অমঙ্গলীয়া অৱস্থাৰ অৱসান কৰিবৰ কাৰণে সকলোৱে মিলিত ভাৱে চেষ্টা কৰিব লাগিব।

পৰিয়াল বিলাকৰ উপাৰ্জ্জন ক্ৰমে বৃদ্ধি কৰিব পৰা কিছুমান সুস্থ উপায়ো অৱলম্বন কৰিব লাগিব। আমাৰ তৰুণ-তৰুণীসকল এতিয়া শিক্ষাব্ৰতী। এনে অৱস্থাতে শিক্ষা আৰু নিয়োগ দুয়োটা বিষয়তে সমন্বয় ৰক্ষা কৰিব লাগিব। এই আচনিত শিল্প প্ৰসাৰণৰ বিষয়ো অন্তৰ্ভুক্ত হ'ব লাগিব।

( Home and the worldৰ পৰা )



# শীত-সন্ধিয়া

শ্ৰীমূৰুলীধৰ শইকীয়া
৩য় বাৰ্ষিক (কলা)

সেমেকা শীতৰ এই ম্লান সন্ধিয়াত
নিয়ৰৰ আঁৰে আঁৰে আহি
কোন সেয়া দুৱাৰত কান্দে বাৰে বাৰে
বিষাদৰ হুমুনিয়া কাঢ়ি ?
জীৱনৰ বোজা বৈ
ভাগৰুৱা হৈ
কিয় তেওঁ কান্দে তেনেদৰে ?
আশাৰ সপোনবোৰ
ৰব একেদৰে—
জীৱনৰ ইপাৰে সিপাৰে।
জীয়া-বাস্তৱৰ এই
কঠোৰ সংঘাত
খেলি-মেলি ভাৱৰ জোৱাৰ
জীৱনৰ যৌৱনৰ চিন একো নাই
মনৰ ফলিত উঠে মাথো হাঁহাকাৰ।
যায় সৌৱা আগবাঢ়ি
যুগৰ মানুহ
পৰাণত উদ্দাম বাসনা
ধুলিৰে ধূসৰ এই—
বন্ধা ধৰণীত
মানুহৰ গৌৰৱ কামনা।
পকৰা ব্যস্ত মনৰ মাজত
সিহঁতৰ পৰে পদক্ষেপ
জীৱনৰ বালিগড়া জহি খহি যায়
বুকুৰ মাজত সিয়ে
কিহৰ আক্ষেপ ?
* কুৰি শতিকাৰ এই
সভ্যতাৰ চৰম সীমাত
বিচৰা হেৰাই যায়—
আছে মাথো হাঁহাকাৰ
কৃষকৰ, দৰিদ্ৰৰ—
মূক জনতাৰ—
বিদ্ৰুপৰ চুড়ান্ত প্ৰমান
পাষাণ প্ৰাণত।
তুমি আজি কিয় ফুৰা
বাটকৰা হৈ—
জীৱনৰ উকণ্ডা পথত ?
যৌৱন মোলান পৰা
বেদনাৰ ৰেখা
পাৰিবানে কব বাক
যত আছে বুকুৰ মাজত
সভ্যতাৰ নাই অনুমতি—
সাহ, বল, তেজ আছে যদি
মূৰ পাতি ঘাত-প্ৰতিঘাত
দিয়া পূৰ্ণাহুতি
জীৱনৰ জলক জেউতি
দীপ্ত হক অন্তৰৰ সুপ্ত অনুভূতি,
কুহক, পঙ্কিলতা
সকলো সংঘাত।

---

# পাণ্ডুলিপি

শ্ৰীপ্ৰবীন গোস্বামী
৪ৰ্থ বাৰ্ষিক ( বিজ্ঞান )

কবিতা ]

তুমিতো বুবুজা বন্ধু,
কল্লোল মুখৰ মোৰ এই জীৱনৰ
অলিয়ে গলিয়ে, উঠে হাহাঁকাৰ
দুঃখ আৰু দৈন্যতাৰ, পোৰা আৰু হেকৰাৰ ;
আৰু বেদনাত জহিযোৱা যত আশা
প্ৰাণ কামনাৰ।
যাত্ৰাৰ শেষ নাই।
উৎকণ্ঠাৰো অন্ত নাই।
পঙ্কিল পথৰ এই নগ্ন প্ৰেৰণাই
বাৰে বাৰে মোক খিডিয়ায়।
ব্যৰ্থতাৰ গ্লানি যত ভীৰুকামনাৰ
পথৰ ক্লান্তিয়ে মোক দিয়ে পাহৰায়।
শ্ৰান্ত-ক্লান্ত মন মোৰ।
পৰাণৰ স্তৰে স্তৰে প্ৰতিধ্বনি উঠে
অনিৰ্ব্বান কামনাৰ অদম্য লিপ্সাৰ।
জীৱনৰ ৰন্ধ্ৰে ৰন্ধ্ৰে পলে পলে অনুপলে
শুনো মই বিণি বিণি কৰুণ বিননি,
অতীতৰ কোনো এক কোমলাঙ্গী গাভৰুৰ
কামাতুৰা অন্ধ অসহ্য হিয়াৰ।
ৰূপৰ মোহত অন্ধ মই।
বুবুজিলো নিৰ্লিপ্ত দুঃখৰ ভাষা
যৌনগন্ধী গাভৰুৰ আদিম সত্বাৰ।
নীচতাৰ মুখাপিন্ধিবলৈ,
ঠেলিদিলো দূৰ দূৰলৈ
প্ৰেমাকাঙ্ক্ষী যুৱতীৰ পূজা উপচাৰ।
আজি মই অভিশপ্ত নিঃসঙ্গ নিষ্ফল।
অভিশাপ গাভৰুৰ অপূৰ্ণ হিয়াৰ।
অন্ধকাৰ নগৰীৰ গলিয়ে গলিয়ে
সেয়েহে বিচাৰিফুৰোঁ আজি সুৰধ্বনি
গণিকাৰ কুৎসিৎ নিলৰ্জ্জ হিয়াৰ।
আৰু মাংসল হাতৰ প্ৰীতি সুৰাৰ পিয়লাৰ।
বন্ধু মোৰ, এই শেষ হল
কদৰ্য্য পাতনি এক অক্ষম হিয়াৰ।
দিয়া বন্ধু,---বাকি দিয়া আৰু এপিয়লা।
সোণালী মদৰ সোঁতে ধুই মছি লৈ যক
কলঙ্কৰ শতচেকা অতৃপ্ত আত্মাৰ।
বাৰ্ষিক জীৱনৰ ফাঁকে ফাঁকে,
অতীতৰ নিঃসঙ্গ সতেক নিশাৰ
ধোৱা ধোৱা ভাৱৰ জোৱাৰ।
সিয়ে হব বন্ধুমোৰ পথৰ সাৰথি
অন্ধকাৰে ভৰা এই অসহ্য যাত্ৰাৰ।



# এখন চিঠি

শ্ৰীপ্ৰদীপ বৰা

কিবা এটা হেৰোৱাৰ, কিবা এটা নোপোৱাৰ হিচাপ
নিমিলা বাজেতখন মিলাব খোজোতে
অনৰ্গল ভুল কৰি যোৱা।
ব্যথা আৰু হতাশৰ যদি ঢুকি পোৱা
উত্তুঙ্গ আকাশৰ মন আৰু প্ৰেম আৰু অভিমান
এদণ্ডৰ স্বপ্নৰে স্ফীত পৃথিবী।
বেনামী বুভুক্ষাৰ আৱক্ষ নদীৰ পাৰত
জোনবাইৰ উলংঙ্গ সৌন্দৰ্য্য যদি সদ্যস্নাতা
গাভৰুৰ বুকুৰ স্পন্দনৰ কোমল ইঙ্গিতৰ দাৰ
ধৰাদিয়ে তোমাৰ চকুত। কাক বাৰু
সোণ বুলি সাবটি ধৰিবা?
চোৱা বন্ধু!
তোমাৰ কাষত সোৱা পথহীন বাটৰুৱা,
উদ্ভ্ৰান্ত বেকাৰৰ শোভাযাত্ৰা, নানা মহাকাব্য,
জীৱন-দৰ্শন, সিহতক দেখুৱাবা? কোৱা,
অকণ পোহৰ।
জোনাকী পৰুৱাৰ পাখীৰ পোহৰ, এখন বেচনৰ দোকান
আৰু এটি গান, এপিয়লা বনবীয়ায়ু জীয়াই থকাৰ।



গল্প ]

# বিবৰজিতা

শ্ৰীলবকুমাৰ দত্ত
১ম বাৰ্ষিক, কলা।

অকস্মাতে আজি তোমালৈ মনত পৰিছে বিবৰজিতা! তুমি চাগৈ পাহৰি পেলাইছা নহয়? তুমি হয়তো 'ছলুৱ' ঠুনুক-ঠানাক মাতবোৰ শুনি আপোন মনা হৈ পৰিছা নহয়? তুমি চাগৈ ভাবিছা পঢ়ি শুনি সি ভাল মানুহ হব, ডাঙৰ চাকৰি কৰিব। ৰবা, পাহৰি নাজাবা; মোৰ দৰ্ম্মহা বাঢ়িব, 'পে কমিটীৰ' ৰিপৰ্টলৈ বাট চোৱা। তেতিয়াতো মোৰ ধাৰ নেলাগে। পুৰণি ধাৰবোৰ শেষ হৈ যাব, অহা মাহতে কিজানি। তুমিয়েইতো কৈছিলা বিবৰজিতা! "টকাৰ লগত মৰমৰ জোখ নহয়"! তুমি চাগৈ পাহৰিয়েই গৈছা। মই অফিচৰপৰা আহি তোমাক 'যেতিয়া মৰম দিছিলো, ঘৰৰ কোনেও নেদেখাকৈ সদায় 'মৰ্টন' দিছিলো তেতিয়া কৈছিলো, সদায় আৰু নিম্ন বেতন ভোগী চাকৰিয়াল হৈ নেথাকো। আমাৰ বেতন উন্নীত হব নহয়? খবৰ কাগজ চাবাছোন। তোমালোকৰ ঘৰত নাই যদি ৰেজিয়াহতঁৰ ঘৰৰ পৰাই আনিবা। 'ৰেজিয়াই খুব দেখোন অসম বাণী পঢ়া দেখো। আমি আতৰি থাকিলো বুলিয়েই আমাৰ মৰম মলঙি নেযায়। কি কোৱা? মৰমৰ টনা-টনিয়ে তোমা-মোক জীয়াই ৰাখিব। তুমি তোমাৰ ঘৰলৈ শ্ৰীমতী হৈ অহাৰ আগতে আমি একেলগে 'আণাৰ কলী' চোৱাৰ কথা মনত আছে? মৰম লবা দেই সোণ। ইতি—

তোমাৰ······
শৈলভ

চাবি আলিটোৰ কাষত থকা লেটাৰবক্সটোত সি চিঠিখন পেলাই দিয়ে। ঘৰৰ কোনেও নেদেখাকৈ লিখা চিঠিখন হয়তো সি এবাৰ ঘূৰাই চাবৰো সময় নেপালে।

"কণী! 'অ' কণী, চাহ একাপ দিবি অ'। মাতি থাকিলে মুশুন নেকি? কিনো ভাবি থাক?"

"তুমিনো ইমান ৰাতিলৈকে কলৈ যোৱা? মাই কান্দি আছে।"

"কলৈ যাবি কণী! 'কানুলালৰ' দোকানত আজি ধুমাহে এক পইচা দিবপৰা নাই, সেইকাৰণে পাচঁ বজাৰপৰা তাত কাম কৰিব লাগিব কণী। চাৰিমাহ কাম কৰি দিলেই ধাৰ মৰিব।"

"পিছে 'টিউচন' কি হব?" কণীয়ে ব্যগ্ৰভাৱে সোধে।

"এৰা! কি কৰিম? 'টিউচনৰ' পইচা কেইটা মাৰি লব পৰা হলে ভাল আছিল।"

"মাই হবলা কান্দি আছে? কান্দি থাকিলেইবা লাভ কি? দৰা এটানো ক'ত বেগেতে যোগাৰ কৰো, যেনিয়েই যাও তেনিয়েই, 'এতিয়া নোৱাৰিম', 'পইচা পাতি নাই' "ইমান অলপীয়া পইচাৰে সংসাৰ পাতি মৰেনে?" ইত্যাদি প্ৰশ্নৰ সীমা নাই। কি কৰিম? মোক যৰখনে দেখিছো বেছুৰ্চ কৰিব অলপো শঙ্কাবোধ নকৰাকৈয়ে সি কথাবোৰ কৈ

যায়। ৰুগীৰ চকুৰ পৰা ছুটোপাল পানী সেমেকা মজিয়া খনত পৰি শুকাই যায়। তাই নিজকেই হয়তো দোষী বুলি ভাবে ঘৰখনৰ চিন্তাৰ কাৰণ হৈ পৰাত।

পাৰাপাৰ নোহোৱা সাগৰৰ দৰে চিন্তাই তাক বেঢ়ি ধৰে। তাৰ মৰমৰ বিবৰজিতা জনীলৈ মনত পৰি যায়। তৰুণ হিয়া এখনৰ লাগি ৰোৱা চেনেহৰ চেকুৰাবোৰ হয়তো জীপ পাই ফুলি উঠে। পুৱা সি মাৰোৱাৰী মহাজনৰ ঘৰত টকা অনাৰ যোগ-বিয়োগ কৰি দস্তৱজাত অংকিত কৰিব লাগে। দৈনন্দিন কৰি যোৱা ফাইল, কলম, কাগজ লৈ সি ব্যস্ত হৈ পৰে। কেতিয়াবা হঠাতেই আহি পৰে Explanation, charge sheet, তাৰ বুকুখন কঁপি উঠে, কিবা এটা অজান ভয়ত। এখন সংসাৰ চলোৱা একমাত্ৰ সামগ্ৰী বিনাশত। গৃহস্থী জীৱনৰ কুৰি তাৰিখৰ এটা দিনত বিবৰজিতাই কৈছিল—

"বজাৰৰপৰা আটা অলপমানকে দেখোন আনিব পাৰিলেহেতেন, এতিয়ানো কি খাব?" সি হয়তো বুজিছিল তাই পুৱাৰ পৰা চাহ খোৱা নাছিল। কুৰি তাৰিখে চাহ, চেনী, গাখীৰ নেথাকে। একো নভবাৰ দৰেই সি কৈছিল

"একো নাইনেকি?"

"কিনো আছে? আপুনি জানো ক'ব নোৱাৰে?"

"কি কৰিম বিবৰজিতা! পইচাযে এটাও নাই। বাকীও মোক বন্ধ কৰি দিছে"।

"কি কৰিব? চাকৰি কৰিছেহে কৰিছে, তথাপি আৰু অভাৱ ঘুচুছে। এনেকুৱা চাকৰি এৰি নিদিয়ে কিয়?"

"অহা বছৰত কিজানি U. D. পাম।" তাৰ মাতটো ক্ষীণ। এনেকুৱা টিডিয়াচ্ নেচত পৰিয়েই তাৰ মৰমৰ বিবৰজিতাক এদিন বিদায় দিছিল। মৰমৰ কৃত্ৰিমালি হয়তো নাছিল, জীয়াই থকাৰ সামগ্ৰী শেষ হৈ গৈছিল। তাই আতৰি গৈছিল বিবাহ বিচ্ছেদ কৰি। দেউতাকৰ ঘৰলৈ গুছি গৈছিল যাবৰ সময়ত কৈ গৈছে

"নিজকে প্ৰতিষ্ঠা কৰিব নোৱাৰিলে, আন এটা জীৱনৰ দায়িত্ব লোৱাটো মূৰ্খামিৰ বাহিৰে একো নহয়।"

শৈলভৰ পোণা ছুটাকো লৈ গৈছিল বিবৰজিতাই। শৈলভৰ হেনো পিতৃত্বৰ যোগ্যতা নাই। ল'ৰা ছুটা হেনো অমানুহ হব। বিবৰজিতাই হয়তো ভেলভেট্ কৰ্ডৰ ব্লাউজ, জৰ্জেটৰ চাদৰ বিচৰা নাছিল। বিচাৰিছিল জীয়াই থাকিবপৰা আহাৰ আৰু কাপোৰ। বিচাৰিছিল লৰা ছুটাক মানুহ কৰাৰ প্ৰয়াস।

বসন্ত যেতিয়া আহে, তৰুণ হিয়াবোৰ চঞ্চল কৰি তোলে। নিলাজ ফাগুনীয়ে উঠন বুকুৰ আচল খহোৱাৰ দৰেই কতৰ চাগৈ অন্তৰ খহাই গড়খাৰৈত পেলাই তাৰ সীমা নাই। ফুলবোৰে ৰঙ-বিৰঙৰ ৰূপ ৰচে, মৌ-মাখিয়ে তাহাঁতৰ আগত কত জনৰ বিৰহ নিবেদন কৰে গুণগুণাই। ঠিক এনেকুৱা এটা দিনতে সি চপাই আনিছিল তাৰ বিবৰজিতাক—দাৰিদ্ৰতাক আওকান কৰি। বসন্তৰ আকুল আহ্বান হয়তো সহিব নোৱাৰি। কিবা এটা আশাই শৈলভক বিৱাহ বন্ধনৰ মাজত সুমাই পেলাইছিল। আশালৈয়েই মানুহ জীয়াই আছে আৰু আশালৈয়েই মানুহ মৰি গৈছে। হয়তো সি বিবৰজিতাক চপাই আনিছিল তাৰ

কল্পনাক বাস্তৱতাৰ ৰূপ দিবলৈ। তাৰ আশাটোক সত্যৰ মেৰুণ ৰঙ দিবলৈ···। তাৰ অনুভূতিক জীয়া তেজৰ উম দিবলৈ······।

*   *   *   *

সেউজীয়া পাহাৰৰ মোহটো সি তেতিয়াও পাহৰি যাব পৰা নাছিল। পাইন জোপাৰ তলত বহি সি তেতিয়াও হেৰাই যোৱা অতীত এটা ঘূৰাই পোৱাৰ প্ৰয়াস কৰিছিল। তাৰ তপত হুমুনিয়াহ বোৰে অতীতটোক চিঞৰি মাতিছিল। পাহাৰৰপৰা অহা চেঁচা বতাহ জাকে তাৰ হুমুনিয়াহ বোৰ উৰাই লৈ যায়—দিগন্তলৈ। অতীত ঘুঘুৰে। ক'ব নোৱাৰা কৈয়ে সি ভাবি পেলায় পাৰ হৈ যোৱা দিনটোৰ কথা। সি হঠাতেই বহুত দিনৰ আগৰ কথা এটা ভাবি পেলায়—।

বগা, লাহী গাটোৰে ছোৱালীজনী। বাওঁ হাতত কিতাপ আৰু সোঁ হাতটো, চকলেট' ৰঙৰ কোটটোৰ জেপত সুমাই তাই আগবাঢ়ে। চুলি বোৰ অসংযত। মিঠা মাতটো কঁপি কঁপি ওলাইছিল। বৰষুণ জাক তেতিয়া বৰকৈ আহিছিল।

"আপোনাৰ ছাৰতি তলত মোৰ কিতাপ কেইটা সুমাই নিবনে······?"

"ঘৰলৈ আৰু কিমান দূৰ···?"

"হেপিভেলিত।"

"বৰষুণ জাক খুব দিছে।"

"আপোনাৰ সৰহ ভাগ যে তিতিলেই।"

সি এনেয়ে এবাৰ তাইৰ তিতিযোৱা অংশ-টোলৈ চায়। তাই একো নকয়, মৌন হাঁহিটোৰ বেঙনিয়ে তাৰ চকুত চমক লগাই দিয়ে। সুগভীৰ মৌনতাত যেন সি সৌন্দৰ্য্যৰ ৰূপালী ৰূপটো লুকাই লুকাই চাই আছিল।

সি এনেয়ে সোধে—"আপোনাৰ কি নাম···?"

"কিয়নো···?"

"বেয়া নেপালে ক'ব পাৰে।"

তাই হাঁহি কয় "বিজুলী। বতাহ বৰষুণৰ পাছত বিজুলী নাহে জানো···?"

এহাল অচিনাকি ডেকা-গাভৰুক এটা ছাতিৰ তলত সোমাই একেলগে অহাটো হয়তো প্ৰকৃতিয়ে ভাল পোৱা নাছিল। বৰষুণ কমি গৈছিল।

"বৰষুণ কমিলে, আপুনি যাওক, ধন্যবাদ।"

"আকৌ দেখা হ'ম দেই।" হঠাতেই সি কৈ দিয়ে।

*   *   *   *

What are you looking at man?" এজন ভদ্ৰলোকে সোধে। সি একো উত্তৰ নিদিয়ে। পাহাৰটোৰ কাষত সি কিবা বিছাৰে, হয়তো হেৰোৱা অতীত এটাৰ মৰহা পাপৰি। তাৰ মৰম নমৰে। বৃদ্ধা এগৰাকীয়ে তাক টানি লৈ যায়। Dead letter officeত শ শ চিঠি জ্বলি উঠে। ছাই হৈ যায়।

# পে'ন ফ্ৰেণ্ড

শ্ৰীঅৰুণচন্দ্ৰ ভূঞা
২য় বাৰ্ষিক, কলা।

আজি আপোনালোকৰ আগত মই পে'ন ফ্ৰেণ্ডচিপৰ কথা কব খুজিছোঁ। অৱশ্যে মোৰ এই বিষয়লৈ ৰম্যৰচনা লিখাৰ বিলাসিতা নাই। এটা গল্প কোৱাৰ আবেগ অনুভূতিকে লৈ আগবাঢ়ি অহিছোঁ, আপোনালোকৰ ওচৰলৈ। পে'ন ফ্ৰেণ্ড-চিপ্ অন্তৰ্জ্জাতিক ভাৱধাৰাৰ মিলনৰ গতি পথত এটা প্ৰধান আহিলা হ'ব পাৰে, সভ্যতা আৰু সময়ৰ ইয়ো এক নৱ বিলাসিতা 'ডাকঘৰক চহকী কৰা, বন্ধুৰ সংখ্যা বঢ়োৱা' শ্লোগান শুনি কলমেৰে বন্ধুত্ব বঢ়োৱাত মোৰ কোনো উৎসাহ নাই। প্ৰথমতেই কওঁ, মোৰ কোনো পে'ন ফ্ৰেণ্ড নাছিল আৰু বৰ্ত্তমানো নাই।

* * * *

মনৰ আকাশ জুৰি আজি নীৰৱতাই হা হা কৰি হাঁহিছে। মই এটা মেৰ্যালি বিয়লীৰ কথা কৈছোঁ। এখন ভেৰণীয়া গাড়ীত উঠি আহিছোঁ! মই আৰু নীৰলা সেন। অৱশ্যে এতিয়া মোৰ উপাধি লৈ নীৰলাই বৰুৱালৈ প্ৰমোচন পাইছে। গাড়ীখনে এৰি থৈ যোৱা গছ-গছনি বিলাকৰ কালে চাই ভাবিছোঁ—নীৰলা বৰুৱা হ'ব লাগিছিল হাজৰীকা, কিন্তু হ'ল বৰুৱা! গাড়ীখন গোঁ গোঁ কৈ অনৰ্গল চলি যাব লাগিছে। নীৰলাই উচুপিছে। অথনিৰেপৰা তাই কান্দিছে, এটা বৰ্ষণ মুখৰ নীলা অনৰ্গল বৰষা নমাদি তাইৰ চুচকু উপচি লোতকবোৰ বাগৰি আহিছে। মোৰ বুকুতো উমি উমি বেদনাৰ ঢল বাগৰিছে। পৰাহেঁতেন ময়ো কান্দিলোঁহেতেন। মোৰ চুচকুৰ পতা (মাত্ৰ) বেহেলাৰ কৰুণ স্পন্দনে পৰিস্থিতি কঁপাই তোলাৰ দৰে কঁপাই তুলিছে। এনেকুৱা এটা বেজাৰপূৰ্ণ পৰিবেশ লৈ গাড়ীখন আগবাঢ়ি গৈছে। এটা অন্যমনস্ক ড্ৰাইভাৰ আৰু অকণমান হেণ্ডিমেন্ লৰাটো। শীত, শীত অনুভৱ কৰিছোঁ। বেলিটো হেলনীয়া হৈ দিগন্তত বিলীন হ'বৰ উপক্ৰম কৰিছে। এজাক উৰি যোৱা বগলীৰ পিচে পিচে গাড়ীখন চলি যাব লাগিছে।

নীৰলা মোৰ পে'ন-ফ্ৰেণ্ড নাছিল। প্ৰায় অচিন, প্ৰায় নজনা, প্ৰায় নেদেখা আছিল এই নীৰলাজনী। কিন্তু তাই আজি মোৰ লগত একেখন গাড়ীতে একেলগে উঠি আহিছে বেটাৰ হাফ্ হৈ। যাক মই বিছৰা নাছিলোঁ। অন্তৰেৰে যাক মই আশাকৰা নাছিলোঁ। সেই নীৰলাজনী সঁচাকৈয়ে আজি মোৰ লগত উচুপি উচুপি কান্দি আহি আছে।

° ° ° °

মই আগেয়েই কৈছোঁ মোৰ কোনো পে'ন ফ্ৰেণ্ড নাছিল আৰু নাই। কিন্তু মোৰ অন্তৰঙ্গ শ্ৰেষ্ঠ বন্ধু আছিল ভাস্কৰ। ভাস্কৰ আৰু মই; মই মানে পৰশ। দুয়োটাৰে বন্ধুত্ব হৈ পৰিছিল জীৱনৰ কুৰিটি বসন্ত পাৰ হৈ যোৱাৰ পিছত। তেতিয়া ভাস্কৰ আছিল স্নাটোকোটৰ শ্ৰেণীৰ ছাত্ৰ আৰু মই আছিলো মেডিকেল কলেজৰ ছাত্ৰ। আমাৰ দুয়োটাৰেই ঘৰ যোৰহাটত আছিল,

সঘনেই আমি লগ হৈছিলোঁ।

পে'ন-ফ্ৰেণ্ডৰ খেলাটো ভাস্কৰৰ আছিল এটা ডাঙৰ হবি। কোনোবা এখন খ্যাতনামা কাগজৰ পৰা ভাস্কৰে বোলে নীৰলা সেনৰ নামটো তুলি লৈছিল তাৰ পে'ন-ফ্ৰেণ্ডৰ লিষ্টত। নামটো দেখিয়েই হয়তো চেন্টিমেন্টেল ভাস্কৰটোৱে বুজিব পাৰিছিল নীৰলাক আৰু বুজিছিল তাইৰ ভিতৰৰ মানুহজনীক। এটা ল'ৰাই এজনী অচিনাকী ছোৱালীলৈ চিঠি দিয়া কথাটো আনৰ কাৰণে চিনাকী হ'লেও মোৰ ৰক্ষণশীল মনৰ কাৰণে একেবাৰে অপৰিচিত আছিল। ভাস্কৰক মই বাধা দিছিলো, কিন্তু তাৰ প্ৰগতিবাদী মনটোৱে মোৰ কথা মানি লবলৈ বাধ্য নহ'ল।

যোৰহাটতেই এদিন ভাস্কৰে তাৰ এই কলিকতীয়া পেন-ফ্ৰেণ্ডজনীৰ কথা মোক ক'লে। এটা হেমন্তৰ সন্ধিয়াত বৰপুখুৰীৰ খট-খটিত বহি লৈ লাইট প'ষ্টটোৰ ফালে চাই ভাস্কৰে তাৰ কলম বান্ধৱীজনীৰ কথা মোক কৈছিল অকপট চিত্তে। পানীত খেলি থকা জোনটোলৈ চাই মই শুনি গৈছিলোঁ তাৰ নীৰলা সেনৰ কীৰ্ত্তি কাহিনী। অকমান, অবুজ ল'ৰাৰ দৰে ভাস্কৰে কৈছিল, নীৰলাই বোলে তালৈ ধুনীয়াকৈ চিঠি লিখে, ইয়াক মই প্ৰতিবাদ কৰিব নোৱাৰোঁ, যিহেতু চিঠি লিখাও এটা আৰ্ট। কিন্তু ভাস্কৰে জনালে নীৰলাৰ চিঠিত ভৰি আছে বোলে, দেশৰ বৈদেশীক নীতিৰ কথা, নেহেৰুৰ বক্তৃতাৰ সাৰমৰ্ম্ম আৰু বহুত কিবা কিবি।

মই যিহলৈকে ভয় কৰিছিলোঁ সেয়ে ঘটিল। এটা ডেকা ল'ৰাই এজনী গাভৰু ছোৱালীক ইমানকৈ প্ৰশংসা কৰাৰ মূলতে কি হ'ব পাৰে? কলিকতাৰ এটা আখ্যাতনামা ছমহলীয়া বঙলাৰ বাসিন্দা নীৰলাই ভাস্কৰক ভাল পাই পেলাইছে। মই বুজিলোঁ নীৰলাৰ চিঠিত ভাঁহি আহিছে আদীম নাৰীৰ প্ৰেম নিবেদনৰ ভাষা, আৰু ভাস্কৰ ধুনীয়া চিঠি বিলাকৰ মাজেদিয়েই সি শুনিলে, সি গণনা কৰিলে হাজাৰ উজাগৰীৰ নিশাৰ কামনাৰ উৰ্ম্মিমালা; এজনী বহুত মানুহৰ মাজত থাকিও অকলশৰীয়া অনুভৱ কৰা ছোৱালীৰ নীৰৱ বেদনা। তাৰ পিছত সি মোক দেখোৱালে জোনৰ পোহৰতে তাৰ নীৰলাৰ চবিখন। ভাস্কৰে গভীৰ মননশীলতাৰে স্বপ্নাবিষ্ট চকু দুটিৰে ৰহল আকাশখনলৈ চাই ক'লে বহল আকাশখনৰ নিচিনা নীৰলা নিৰসী নহয়; একেলেঠাৰিয়ে অনৰ্গল বৰষুণ দি থকা বতৰৰ নিচিনা আমনি লগা নহয়। ভাস্কৰে তাতেই পালে, অনাঘ্ৰাত ফুলৰ সৌৰভঃ অনিমেষ দৃষ্টিৰে সি চালে নীৰলাৰ স্নেহসিক্ত চকু দুটিলৈ। চকুৰ চাৱনি যে ইমান প্ৰাণস্পৰ্শী হ'ব পাৰে সেই চবিখন চাইহে শিল্পী সুলভ আৰু তাৰ আবেগ প্ৰৱণ হিয়াঁখনে বুজিব পাৰিছিল।

"ভাস্কৰ তই নীৰলা সেনৰ প্ৰেমত পৰিছ" মোৰ কথাশুনি সি চকুদুটা আৰু বেছিকৈ মেলি যিবাৰ কথা ক'লে সেইবাৰ তাৰ নৰলব্ধ অন্তৰ্দৃষ্টিৰে কোৱা যেন লাগিল ঃ বগা হাতীৰ সৌন্দৰ্য্যক তই দুষ্ট কৰিব খোজনেকি? ঃ

ঃ কিন্তু বগা গাভৰুক প্ৰশংসা কৰাৰ মূলতে আছে আকাশলঙ্ঘা প্ৰেম, এই স্তুতি এটি অন্য প্ৰেমৰ কবিতা, ইয়াতো আছে চিৰসুন্দৰৰ সনাতন প্ৰেমৰ অনন্ত মাধুৰ্য্য ভৰা সাগৰ সদৃশ সঙ্গীত।ঃ

অনিৰ্ব্বাচনাৰ আনন্দৰ ৰাজপথৰ যাত্ৰী চাই

চাই ভাস্কৰে ক'লে, সাগৰ সদৃশ সঙ্গীতত আছে সৌন্দৰ্য্যৰ, নাই তাত প্ৰেমৰ কামনা ।

ইযে সাধুকথা নহয়। নল-দময়ন্তীৰ ৰূপকথা নহয়। অতি বাস্তৱ, অতি দিঠক। ৰাজহাঁহ যোৱা নাই প্ৰেমৰ চিঠি লৈ প্ৰেমিকাৰ ওচৰৰ পৰা প্ৰেমিকৰ ওচৰলৈ। তুৰনা পইচাত ঘূৰিছে আজি ভাস্কৰ আৰু নীৰলা, যদিও তাৰ উদ্‌ভ্ৰান্ত মনটোৱে মোৰ কথা মানি ল'বলৈ অস্বীকাৰ কৰে যদিও সি সৌন্দৰ্য্যৰ পৰশ পাই যৌৱনৰ নিচা পাহৰি গৈছে; যদিও সি তাৰ অনুভূতিৰে মাটিৰ ধৰাত স্বৰগৰ অপেস্বৰীক সৃষ্টি কৰিব খুজিছে; যদিও সি পূৰ্ণিমাৰ জোনটো দেখিও তাৰ ভাষা বুজা নাই তথাপি সি শুনিছে, সি বুজিছে, সি উপলব্ধি কৰিছে সাগৰৰ উদাত্ত আহ্বান, ধুনীয়া গোলাপ পাহীৰ সৌৰভৰ মূল্য তাৰ স্বপ্নাতুৰ চকুদুটিত ভাঁহি উঠিছে---এটি আকুল মিনতি ভৰা অবুজ সঙ্গীত; তথাপি ভাস্কৰ অবুজ !! সি শুনিও নুশুনে সেই দূৰাগত আহ্বান।

তাৰ দুবছৰৰ পিছত ভাস্কৰ আৰু মই থিতাপি ললোঁহি কলিকতাত। ভাস্কৰ অধ্যাপক আৰু মই ডাক্তৰ। আমাৰ এই শিক্ষক আৰু চিকিৎসকৰ মাজত উন্তৰ হোৱা Co-existanceৰ ৰূপটো বিসদৃশ নালাগিল। দৰ্শনৰ অধ্যাপক ভাস্কৰ হাজৰিকা কামে কাজে দাৰ্শনিক ঃ চিকিৎসক পৰশ বৰুৱা সদানন্দ আৰু ৰুগীৰ প্ৰাণত্ৰাতা। ভাস্কৰ জ্ঞানৰ প্ৰদীপ, সি অগণন শিখা প্ৰজ্জলিত কৰিব আৰু মই মুমুৰ্ষু জনৰ কৰ্ণত শুনাম জীয়াই থকাৰ বাণী।

ভাস্কৰৰ কাৰণে যিটো একেবাৰে অচিন্তনীয়; অবিশ্বাস্য আৰু অসম্ভৱ আছিল সেইটোৱেই অতি বাস্তৱ হৈ তাৰ জীৱনলৈ নামি আহিল। যিটো কথা মই আগেয়েই জানিছিলোঁ, যিহৰ কাৰণে মোৰ ভয়াৰ্ত্ত অন্তৰ কঁপি উঠিছিল সেয়ে নামি আহিল শুভ্ৰ বাসনাৰে শান্তিৰ সুষমাৰে ভাস্কৰৰ জীৱনলৈ।

এটা সম্মোহিনী শক্তিয়ে এদিন ভাস্কৰক লৈ গ'ল নীৰলাৰ ওচৰলৈ। এইবেলি ফটোৰ পৰা আঁতৰি বিজুলি লাইটৰ তলত তেইশ বছৰীয়া ভাস্কৰে দেখিলে কুৰী বছৰীয়া নীৰলাক। উজ্জল পোহৰত বেদনাতুৰ চকুজুৰী তুলি নীৰলাই তালৈ চালে—চিনি ল'লে, তাইৰ কুমাৰী জীৱনৰ প্ৰথম কলম বন্ধুক। আৰু ভাস্কৰ সি হতবাক হৈ বৈ গৈছিল। সি বুজিব নোৱাৰিছিল এজনী গাভৰু ছোৱালী বড-ৰসেৰে ভৰা এই পৃথিৱীত কেনেকৈ ইমান কাৰুণ্যপূৰ্ণ হ'ব পাৰে। যিখন দেশত হাঁহি হাঁহিয়েই ছোৱালী ক্লান্ত হৈ পৰিছে সেইখন দেশতো কান্দো কান্দো কৈও সহানুভূতিশীলতাৰ প্ৰতীক হৈ নাৰী থাকিব পাৰে ? মেঘান্তৰৰ লগত বৰ্ষান্তৰৰ জোনটোৰ যি চকামকা খেলা; সেই দৃশ্যৰ সাদৃশ্য আছে নীৰলাৰ মুখমণ্ডলত। কিন্তু সিয়েই কৰিলে ভাস্কৰক উৎকট্ আকৰ্ষণ, অবুজ উন্মাদনাই তাৰ প্ৰাণক উদ্‌ভ্ৰান্ত কৰি তুলিলে।

সেই পৰিবেশৰ মাজতেই সেইদিনাই ভাস্কৰৰ লগত নীৰলাৰ চিনাকি হ'ল। মাতৃ অপৰ্য্যাপ্ত মৰম বাশিৰে নীৰলাৰ মাক তাৰ ওচৰ চাপিল আৰু নীৰলাৰ বৃদ্ধ দেউতাকে পিতৃৰ স্বাভাৱিক গাম্ভীৰ্য্য লৈ ভাস্কৰক শুনালে উপদেশেৰে

মৰমৰ বাণী। এই স্নেহ আৰু আশীৰ্ব্বাদ ভৰা ঘৰখন আৰু স্নিগ্ধ প্ৰেমৰ প্ৰতিমূৰ্ত্তি নীৰলাক পাই ভাস্কৰে গঢ়িলে সুদূৰ ভৱিষ্যতৰ এখনি মৰম লগা ঘৰৰ চিত্ৰ।

ভাস্কৰৰ মনৰ আকাশত সংগোপনে শুই ৰ'ল নীৰলা। তাৰ পছুলিমুখত থকা আৱৰ্জ্জনা শেষ হৈ গ'ল। সেইদিনাই নিশা ভাস্কৰে মোক জনালে খু-ব সহজেই মানুহক ফাঁকি দিব পাৰে কিন্তু নিজক ফাঁকি দিয়াতো সহজ নহয়। সি পৰিবেদনা মূলক, কষ্ট দায়ক। পৰশ, মই নীৰলাক ভাল পাওঁ। সাগৰ সংকোশ সঙ্গীতত সৌন্দৰ্য্যও আছে, প্ৰেমৰ গীতিও আছে। অকনো আচৰিত নহৈ নীলা আকাশৰ ৰূপ চাই চাই মই তাৰ কথা শুনি গৈছিলোঁ। ভাস্কৰ বন্দী আজি নীৰলাৰ সত্তাত হওক, তাত মোৰ ক্ষোভ নাই। তাৰ জীৱনলৈ এয়া নিমন্ত্ৰণ আহিছে তাক সি প্ৰত্যাখ্যান কৰিব নোৱাৰে।

সেউজীয়া পুৱণিকলীয়া পৃথিবীখনকে ভাস্কৰৰ আশ্চৰ্য্য সুন্দৰ লাগি গ'ল। ইমান দিন সি অন্ধ হৈয়ে ফুৰিছিল। সি দেখিলে পৃথিবীখনত শস্যৰ অভাৱ হোৱা নাই। চাৰিও-ফালে ফুলি আছে আশাৰেই শত ফুল। মৌচুমীৰ পৰশ পোৱা পথাৰখনে তাক আজি ইঙ্গিত দিছে---মানুহ জীয়াই থাকে, তাৰ মাজত জী থাকে প্ৰীতি আৰু ভালপোৱা, আৰু আছে অযুত সৃষ্টিৰ সম্ভাৱনা।

বি, এ, পঢ়া ছাত্ৰী নীৰলা সেনক অকাতৰে সহায় কৰিলে অধ্যাপক ভাস্কৰ হাজৰীকাই। চকুত হয়তো সিহঁতৰ ভাঁহি ৰ'ল অধ্যাপক-অধ্যাপিকা হৈ এখন সুখী ঘৰ কৰাৰ চিত্ৰ। ভাস্কৰে অনুভৱ কৰিলে ভৰ যৌৱনৰ তৃষ্ণা আৰু মিলন আকুল অবিনশ্বৰ আত্মাৰ অনন্ত ক্ষুধা আৰু ছুটি বছৰৰ পিছত সিহঁতৰ প্ৰেমৰ বাহিৰে-ইতিহাস শেষহৈ আহিব—প্ৰাণ প্ৰাচুৰ্য্যৰে ভৰা এটা নৱ-জীৱন, ৰামধেনুৰ সাতোটা ৰঙকো চেৰাই যোৱা—কল্পনাৰে ঢুকি নোপোৱা—এই তাৰ পদক্ষেপ ভাস্কৰৰ কাণত প্ৰতিধ্বনিত হৈছে।

ৰবীন্দ্ৰ সঙ্গীতপ্ৰিয় ভাস্কৰে নিৰলাত ছমহলীয়া বঙলাৰ চাঁদত বহি ধুসৰ সন্ধিয়াবোৰ নীৰলাৰ সৈতে সঙ্গীতৰে মুখৰিত কৰি তুলিলে। ঠাকুৰৰ কৱিতা ৰাজীয়ে জীৱন্ত ৰূপ ল'লে। 'অন্তৰ মম বিকশিত কৰো' প্ৰাণৰ সকলো আৱেগেৰে সুস্পষ্ট সুৰেৰে সিহঁতে গালে। কলিকতাৰ কল-কাৰখানা আৰু জন সমুদ্ৰৰ ওপৰেদি এই সুৰ ভাঁহি গ'ল অনাদি অনন্ত কাললৈ —দিগন্তৰ পৰা ইয়াৰ ধ্বনি প্ৰতিধ্বনিত হৈ ভাস্কৰ আৰু নীৰলাৰ অন্তৰতে ঠেকা খালে। অনুৰাগ আৰু নিবিড় ঘনিষ্ঠতাই লাহে লাহে গাঢ় প্ৰীতিত পৰিণত হ'ল। প্ৰশান্ত ভাস্কৰে কাৰুণ্য-নীৰলাক প্ৰীতিৰ গাঁঠিৰে আনন্দত আপ্লুত কৰি তুলিলে। এটা শুভ্ৰ-স্নিগ্ধ জোনাকত কৃষ্ণচুড়া আৰু ৰজনীগন্ধাৰ সুৱাসলৈ তন্দ্ৰাভিভূতা নীৰলাৰ ওঁঠত ভাস্কৰে ছুটি চুমা আঁকি দিলে অতি সযতনে। অসীম লাজত প্ৰথমতে নীৰলা শিয়ঁৰি উঠিছিল। সেই দিনাই জীৱনৰ জোনাক পথটো আলোকিত কৰিবলৈ যুটীয়া প্ৰচেষ্টাত সিহঁত প্ৰতিজ্ঞাবদ্ধ হ'ল। নীৰলাৰ হাত দুখন সি তাৰ কোলাত লৈ চাই থাকিল এটা উজ্জ্বল নক্ষত্ৰলৈ।

ভাস্কৰে হাঁহে নতুন সূৰুযটোৱেও হাঁহে। সূৰুযটোৱে তাক চুমা খায়। পুৱণি পৃথিৱীখনকে

তাৰ নতুন লাগি যায়। অসম্ভৱ পৰিকল্পনা কিছুমান লৈ সি ভৱিষ্যতৰ জমা-খৰছৰ হিচাব কৰে।

মানুহৰ আশা পৰিকল্পনাবোৰ যদি বাস্তৱত ৰূপান্তৰিত হ'লহেঁতেন ঃ এই পৃথিবীত হয়তো বহুত করুণ ৰসাত্মক গ্ৰন্থাৱলীৰ ৰচনা নহলহেঁতেন। যি মানুহে বেছিকৈ জীয়াই থাকিবলৈ বিচাৰে, তালৈ মৰণ সোনকালে আহে। হঠাতে ভাস্কৰৰ জীৱনলৈ এই সূত্ৰটো সত্য হৈ নামি আহে। প্ৰশান্ত ভাস্কৰটো অশান্ত হৈ পৰে। তাৰ বুকুত ৰঙা জবা ফুলি উঠে কোনেও নজনাকৈ। যেতিয়া মই জানিলো তেতিয়া প্ৰায় বহুত পলম হৈয়ে গৈছে। টি, বি, হস্পিটেল এটাত কিছুদিন ভাস্কৰক ৰাখিলোঁ। কিন্তু তাৰ উদাত্ত মনটোৱে কোনোমতে আৱদ্ধ হ'ব নোখোজে। নীৰলাইও আহি তাক শুশ্ৰূষা কৰে। নিশা তৰালিৰ খেলা চাই চাই সি উৎকণ্ঠ চিত্তেৰে ৰবীন্দ্ৰ সঙ্গীত গায়। কিন্তু ৰোগ আৰু প্ৰকৃতিৰ ধৰ্ম্ম বেলেগ। —তথাপি ভাস্কৰ আগবাঢ়ি যায় বেয়াৰ ফাললৈ।

দাৰ্জ্জিলিঙৰ এটা কোঠাত প্ৰায় জোৰ কৰিয়েই তাক সুমুৱাই থৈ আহিলোঁ। মোৰ গাত থকা ডাক্তৰৰ লেবেলখন কঁপি উঠে। নীৰলা সেন কলিকতাত ৰৈ গ'ল। চেনিটেৰিয়ামৰ পৰা ভাস্কৰে লিখিছিল ঃ উত্তপ্ত তেজ আৰু চেঁচা পৰিবেশৰ মাজত জীয়াই আছো আৰু তাৰ মাজত জীয়াই আছে তোৰ আৰু নীৰলাৰ স্মৃতি। নীৰলাই চিঠি দিছে, নিজৰ চুলি চিঙি আশীৰ্ব্বাদ কৰিছে জীয়াই থাকিবলৈ নীৰলাৰ বাপেক-মাকে। ঘৰৰ পৰাও চিঠি পাইছো মা-দেউতাৰ চিন্তাত তৎ নাই এই পৰ্ব্বতৰ ওপৰতে মৰি থাকো বুলি। এই চিঠিখন লিখি থাকোতেও মই কাহি আছো; হোলোকা-হোলোকে তেজবোৰ ওলাইছে। মইতো ভাবি আচৰিত, ইমানবোৰ তেজ মোৰ গাত কেনেকৈ আছিল। দিনে দিনে ক্ষীণাই গৈছো। মনৰ জোৰ মোৰ এতিয়াও কমা নাই। জীয়াই থাকিবলৈ প্ৰবল ইচ্ছা আছে। আশাবাদী মানুহ গতিকে মৰাটোকে নিশ্চিত বুলি মই ধৰি ল'ব নোৱাৰো।

ভাস্কৰৰ চিঠি পাই, চাইছিলোঁ—তাৰ জীৱনলৈ নামি অহা অনুজ্জ্বল মৰ আউসীৰ আন্ধাৰ ৰাশিক। ইয়াৰ মাজতো আছে ঃ "আমি মৰিতে চাহিনা এই সুন্দৰ ভুবনে, মানৱেৰ মাজে আমি বাচিবাৰ চাইৰ মূৰ্চ্ছনা"। সুদূৰ দাৰ্জ্জিলিঙৰ পৰা সেই সুৰ মোৰ কাণত বাজিছে। ভাস্কৰ —তালৈ বেয়া লাগে। জীৱনৰ শত আশা পৰিকল্পনা লৈ সোমাই গৈছে কুঁৱলীৰ ভিতৰলৈ ৰহস্যৰ মাজলৈ। সি এতিয়াও ভাবিছে, তাৰ জীৱনলৈ পূৰ্ণিমাৰ আভা ঘূৰি আহিব। নিশান্তৰৰ পিছত দিনৰ উজ্জ্বল মাধুৰীমা ল'বলৈ সি এতিয়াও উৎকণ্ঠিত। সি এতিয়াও সপোন দেখিছে নীৰলাৰ লগত তাৰ মিলনৰ ৰাঙলী সৰিতা। সি এতিয়াও শুনা নাই, শেষৰ কৰিতা ঃ এতিয়াও সি গাব পৰা নাই ঃ "মৰনৰে আওৰে আও!"

মহা কালৰ আহ্বানক জানো আমি প্ৰতি-ৰোধ কৰিব পাৰোঁ। এইটো যুগতেই পেনিচিলিন্, বি-চি-জি, পঞ্চশীল, এটম, হাইড্ৰোজেন সমানেই জীয়াই আছে। মানুহ জীয়াবলৈ মানুহৰ যি প্ৰচেষ্টা—মানুহ মাৰিবলৈও, মানুহৰ সেই চেষ্টা কম নহয়। কালান্তক কদাকাৰ মৃত্যু। মৃত্যুৱে খুব কমেইহে পৰাজয় স্বীকাৰ কৰিছে মানুহৰ হাতত।

এটা যক্ষ্মাৰোগী দিনে দিনে ক্ষীণাই গৈছে—নিশ্চয় তাৰ পতিপথ মহা বিন্দুমুখী।

সাৱলীল গতিত আগবাঢ়ি অহা মোৰ জীৱনৰ ৰেলখন হঠাতে বাধা পাই ৰ'ল। ভাস্কৰৰ আহ্বানত দাৰ্জ্জিলিং পালোগৈ। লগত গ'ল মোৰ ভাস্কৰৰ পে'ন ফ্ৰেণ্ড নীৰলা সেন। নীৰলাক ভালদৰেই চালোঁ। কিন্তু মই ভাস্কৰৰ দৰে কাব্যিক ব্যঞ্জনা বিচাৰি নাপালো নীৰলাৰ গাত। এটা হিমৰ শীতল সন্ধিয়া তাৰ চেনীটেৰীয়ামত আমি সোমালোগৈ। ভাস্কৰক দেখি আৰু মোৰ বুজিবলৈ বাকী নাথাকিল—চাকিটোত যি তেল আছে সি অতি তাকৰ—শলিতা ডালে যি পোহৰ দিছে সি অতি ক্ষীণতৰ। আগবাঢ়ি গৈছিলোঁ, ভাস্কৰক ঘূৰাই আনিবলৈ—কিন্তু সি মোক নজ-নোৱাকৈ বহুত আগবাঢ়ি গৈছে। গোটেই মানুহ-টো বগা হৈ পৰিছে—চকু দুটাটো বৰফৰ শুভ্ৰতা।

নীৰলাই কান্দিলে ঃ ভাস্কৰে হাঁহিলে। অশ্ৰু সিক্ত নয়নেৰে নীৰলাই ভাস্কৰক শুশ্ৰূষা কৰিব খোজে ঃ কিন্তু সি তাৰ অৱস্থাটো জানি কথা দিয়ে, তাৰ দৰ্শনে তাক সচকিত কৰি তোলে।

ভাস্কৰে বুজিছে তাৰ জীৱনৰ নীলা পথ দিগন্তত লীন হৈ যাবৰ উপক্ৰম কৰিছে। তাৰো গালেদি অশ্ৰুৰ টোপাল বাগৰি যায়। বহুতো বল গোটাই নীৰলাৰ আৰু মোৰ হাতখন ধৰি সি প্ৰস্তাৱ কৰি পেলালে তাৰ পে'ন ফ্ৰেণ্ড নীৰলা সেনক মোৰ জীৱনৰ ফ্ৰেণ্ড কৰি তুলিবলৈ। মই চাই আছিলোঁ অৱাক হৈ তাৰ শেতা মুখখনলৈ। সি অত্যন্ত গভীৰ ভাৱে কথা কেইটা কৈছে আৰু নীৰলা—অসম্ভৱ উচুপিছে তথাপি নম্ৰ ভাৱেই তাই তাইৰ হাতখন মোৰ হাতৰ ওপৰত থৈ দিছে। ভাস্কৰ হেৰায় যাব খুজিছে, মই তাক আৰু ফাঁকি দিব নোৱাৰো, সান্ত্বনা দিব নোৱাৰো। তাৰ কথা সত্য সি আৰু নিজীয়ে। মৰণৰ ক্ষীণতম্ আহ্বান সন্ধিয়াৰ চিক্‌মী হৈ তাৰ কাণত বাজিছে। এনেকুৱা এটা করুণ পৰিবেশত, সহানুভূতিৰে উপচি পৰা মোৰ মন-টোৱে প্ৰত্যাখান কৰিবলৈ টান পালে। নীৰলাই চাইছিল তিতি থকা চকু জুৰীৰে মোলৈ। কিমান দুখ বেদনা যে চকু জুৰীত সোমাই আছে, নীৰলাইও সন্মতি দিলে আচলৰে চকুলো মচি মচি। পিচত কাঁহি কাঁহি অৱস হৈ সি সৰি পৰিছিল তাৰ নিঃসঙ্গ চেঁচা বিচনাখনত। খুব যত্নৰেই তাৰ মুখৰ পৰা ওলাই অহা তেজখিনি মই মোহাৰি পেলাইছিলো ঃ অৱশ্যে ই অসম্ভৱ তথাপি মই ভাবিছিলো ভাস্কৰৰ বেয়া তেজখিনি মোহাৰি শেষ কৰি তাক নতুন জীৱন দান কৰো। খিলিকিৰ পৰ্দ্দা ডাঙি চাই আছিলোঁ বহুত সময় ৰাতিৰ আকাশখন। আকাশৰ তৰা-লিয়ে মিট্ মিট্ কৈ হাঁহিছে। এই আকাশৰ তললৈ কিমান মানুহ আহিছে, কিমান মানুহ থাকিছে, কিমান মানুহ পাৰহৈ গৈছে তাৰ হিচাব জানো আকাশে ৰাখিছে। আকাশে এই প্ৰশ্নৰ উত্তৰ দিবলৈ অসমৰ্থ। এটা পপীয়া তৰা আকাশৰ বুকুৰ পৰা খহি পৰা চাই চাই —ভাস্কৰলৈ চালোঁ। সেইদিনাই শুই শুই সি অনুৰোধ কৰিলে ঃ জীয়াই থকা কালতে আমাৰ মিলন সি চাব খোজে,—ই তাৰ শেষ অনুৰোধ।

আহোঁতে ভাস্কৰকো লৈ আহিলো আমাৰ লগতে। নীৰলাক কলিকতাত থৈ আমি যোৰহাট পালোঁগৈ। অবিৰাম কান্দোন জাগিল

তাৰ ঘৰত। মাকৰ প্ৰিয় সন্তানক হেৰুৱাৰ বেদনা, দেউতাকৰ জ্যেষ্ঠ—পৰিয়ালৰ আগবাঢ়ি অহা 'নেতা' হেৰুৱাৰ বেদনা—আৰু ভায়েক ভনীয়েকহঁত, সিহঁতে ভাবিছিল ইমান ধুনীয়া চেহেৰা এটা লৈ মানুহ মৰিব নোৱাৰে ; ককায়েক আছিল বিশ্ববিদ্যালয়ৰ কৃতী ছাত্ৰ—ইমান চোকা ল'ৰা এজন শেষ হৈ যাব পাৰেনে ?

ঘৰ পাই ভাস্কৰে দেখিলে, পৃথিৱীখনৰ হাচনাহানা, গোলাপ, পদুম, কাঞ্চন, নৰমল্লিকা সকলোৱেই আছে মাত্ৰ সি আগবাঢ়ি গৈছে আৱৰ্জনা হবলৈ। সিটো বাধা দিব নোৱাৰে তাৰ আগলৈ আগবাঢ়ি অহা ক'লা মেঘ ছটাক। নীৰলাক সি নিৰলাত এৰি থৈ যাব নোৱাৰে। সমাগত বিৰাট ভৱিষ্যতত সি ইচ্ছা কৰে তাৰ পে'ন ফ্ৰেণ্ড নীৰলা পৰশৰ লগত বহি থাকিব। সি চাব সুদূৰৰ মেঘালি পথৰ পৰা। তাৰ স্মৃতিৰ চোতালত তেতিয়াও অমিতাভাহে জিলিকি থাকিব নীৰলা আৰু পৰশ। নীৰলাৰ সুখী মনটো চাবলৈ সি ব্যাকুল।

ভাস্কৰৰ মনলৈ অনৰ্গল ভাৱৰ বণ্যা নামে। কলিকতাত সপোন গঢ়াৰ দিনৰ কথা। আধা পোৱাৰ বেদনাখিনিয়ে তাৰ মনটো সিদ্ধকৰি তোলে। দুঃসহ বেদনাতাপ তাৰ অন্তৰত আজি জ্বলিছে অহৰহ। সি কাণপাতি শুনে স্মৃতিৰ গুহাত কান্দিথকা মানুহটোৰ কান্দোনখিনি। নতুন মানুহৰ সমদল আহিছে সি শুনে সিহঁতে পদধ্বনি। তাৰ ঠাই পূৰাবলৈ আহিব কোনোবা এটা নতুন মানৱে। এই আহিছে আহিছে সৰ্পিল গতিত তাৰ উত্তৰাধিকাৰি।

জীৱন যায়, যায়।
তোমাৰ অহাত সোণ মোৰ বেজাৰ নাই,
তোমাৰ সেৱাত সোণ মোৰ আনন্দ নাই।

গাৰুটোকে আকোঁৱালি লৈ সি কান্দি উঠে। তাৰ প্ৰাণৰ জোৱাঁৰ শেষহৈ আহিছে। তাৰ আজি আপত্তি নাই, আক্ষেপ নাই।

অকুণ্ঠ দৃষ্টিৰে সি চাই তাৰ অতীতৰ বসাল পথাৰখন। সেই বিষন্ন সন্ধিয়াৰ কথাবোৰ। কিন্তু এতিয়া ভাস্কৰে ঘনঘোৰ তমসাৰ বুলনিৰে আৱৰি ধৰা তাৰ যাত্ৰাপথৰ করুণ চিত্ৰটো আনন্দমুখৰ কৰি তোলাত ব্যস্ত। তাৰ দুচকুত নামিছে মৰণৰ সৌন্দৰ্য্য। তাৰ বুকুত তেতিয়াও চলিছে অবিৰাম তাণ্ডৱ নৃত্য। সি শুনিছে, সি বুজিছে ! তাৰ বুকুত বজা উন্মেষ ধ্বনি। সুপ্ত পৃথিৱী, জোনাকীৰ জোনাক আৰু ৰাতিৰ কোমল কৱিতা আৰু তাৰ বুকুত থকা ৰজনীগন্ধা আৰু শেৱালীৰ সৌৰভ আনকি নীৰলা আৰু পৰশো থাকিব মাত্ৰ সি হেৰাই যাব আনন্দমুখৰ পৃথিৱীৰ পৰা। তাৰ জীৱনলৈ মৰুভূমি আহিছে লুইত শুকাই গৈছে।

যোৰহাটত দুদিন থাকিয়েই তাৰ অনুৰোধত মই কলিকতালৈ উভতি গৈছিলোঁ। ততাতৈয়াকৈ বিয়াৰ কামখিনি শেষকৰি নীৰলা আৰু মই উদ্ভ্ৰান্ত হৈ লৰি আহিছিলো কালে মুচি পেলাব খোজা ভাস্কৰৰ স্থায়িত্বলৈ। ভাস্কৰৰ অকণমান আৰ্শীৰ্বাদৰ কাৰণে মই ব্যাকুল হৈ পৰিছিলোঁ। নীৰলাই তেতিয়াও ভাবিছিল ভাস্কৰক পুনৰ ভালকৰি তোলাৰ কথা। তাই তেতিয়াও আশা কৰিছিল কোনোবা শুশ্ৰুষা, কাৰেবীক গতাই ভাস্কৰৰ মৰহি যাব খোজা জীৱনটোক উদ্দীপ্ত কৰি তোলাৰ কথা।

কিন্তু শুকান বালিক জানো তিয়াব পাবি। ভাস্কৰক পালেঁাহি তাৰেই ঘৰত বিচনাত শুই আছে—গোটেই গাটো ঢাকি থৈছে এখন বগা কাপোৰেৰে। নীৰলাই কান্দি উঠিল সান্ত্বনা দিবৰ কাৰোৰেই ভাষা নাই।

*　　*　　*　　*

শ্মসানৰপৰা উভতি আহিছোঁ আমি। ভাস্কৰ নীলাম আকাশৰ লগত মিলি গৈছে। নীৰলা আৰু মই। আমি জানো আমাৰ সম্বন্ধটো। নীৰলা ভাস্কৰৰ পে'ন-ফ্ৰেণ্ড আৰু মোৰ কাৰণে নীৰলা ভাস্কৰৰ উপহাৰ। এটা—বিষদ ভবিষ্যত আমাৰ আগত পৰি আছে। নীৰলাই ভাস্কৰৰ স্মৃতিকো কঢ়িয়াই আগবাঢ়িবনে কি! আৰু মই? সভ্যতাৰ গতিপথত আগবাঢ়ি যাম বন্ধুৰ স্মৃতি আৰু উপহাৰ সযতনে লৈ।

---

# —শিখা—

শ্ৰীবজ্ৰকান্ত দেৱ নাথ
১ম বাৰ্ষিক ( কলা )



উমাৰ জন্ম হোৱাৰ এবছৰৰ পাচতেই বাপেকৰ মৃত্যু হয়। মাকে উমাক বুকুত বান্ধি লোকৰ কটনা কাটি দিন কটায়। বছৰ আগ-বঢ়াৰ লগে লগে উমাও বাঢ়ি আহে। সি এতিয়া কাম-বন কৰিব পাৰে। না না ঘাট-প্ৰতিঘাটৰ মাজেদিয়েই মাক-পুতেকৰ জীৱন আগবাঢ়ে। পচিশ বছৰ বয়সত উমাৰ অকলশৰীয়া জীৱনত ভানুক লগ লগাই মাকে ইহ সংসাৰৰ পৰা বিদায় লয়। সৰল মনৰ উমাৰ মুখৰ চুমাৰ পৰশ পাই সৰলা ভানুৱে নিজক পাহৰি যায়; উমাৰ দেহৰ লগত নিজৰ দেহ মিলাই দিয়ে। দুয়োৰে বিৰাহিত জীৱন সুখতেই পাৰ হয় এটি বছৰ। হঠাতে উমাৰ মুখত বেজাৰৰ বেখাই আগুৰি ধৰে। স্মৃতিৰ পটত ভাহি উঠে তাৰ অতীতৰ দুখপূৰ্ণ জীৱনটো। দুটুপি তপত চকুলো দুগালে বাগৰি যায়। তাৰ অভিশপ্ত জীৱনটোৰ মমতা সি চিডি দিব খোজে। কিন্তু! ভানু! তাৰ মৰমৰ ভানু! তাইৰ কাৰণেই হয়তো সি জীয়াই থাকিব। দিনৰ পাচত দিন বাগৰি তিনিটি বছৰ পাৰ হয়। সিহঁতে পাই মিনতিক—সিহঁতৰ বুকুৰ ধন, চকুৰ মণি মিনতি। তাইক লৈয়ে সিহঁত সুখী। মুখত মুখ দি দুয়োৱে মুখ ভৰি চুমা খায়—ভোক পিয়াহ আঁতৰি যায়। অবিৰাম গতিৰে দিন পাৰ হয়—আৰু উমা, তাৰ শৰীৰ পৰি আহিব ধৰে। যিকন মাটি আছে তাতে বুঢ়া গৰু হালেৰে যি পাৰে খেতি কৰে। খেতিৰ মূৰত পায় মাথোন মাহ চেৰেকৰ ভাত। তাকে লৈ সংসাৰত তিনিটি আশাধাৰী জীৱ। কি কৰিব? নাই মাটি, নাই ধন, ভগা পঁজাই তাৰ বাসস্থান। দুখৰ দিন য'তেই ভৰি দিয়ে, ততেই কাঁইটে বিন্ধে। যি

এহাল বুঢ়া-বেঠেৰা গৰু আছিল তাৰো এটা হ'ল বিষালি। খেতি কৰাৰ মুদাই মৰিল। কিযে তাৰ দুখপূর্ণ জীৱনটো। কি যে বেকা তাৰ জীৱনৰ গতিটো? সচাঁকৈয়ে অভিশপ্ত তাৰ জীৱনটো। কালৰ বুকুত তাৰ জীৱনটোৱে ঢৌ খেলি যায়।

দুকুৰি বয়সীয়া উমা হৈ পৰে দুৰ্ব্বল শক্তি-সামর্থ্যহীন আৰু মিনতি লহ্পহ্কৈ বাঢ়ি আহে কালৰ বুকুত নাচি নাচি। তাই কেতিয়াবা ঘৰৰ আৰু মাক-বাপেকৰ অৱস্থা দেখি বেজাৰ কৰে, চকুলো টোকে। দিন যায় আকৌ আহে, শীতৰ পাচত বসন্ত হয়, লঠঙা গছৰ ডালত কুমলীয়া পাত লাগে—ফাগুনত পচোৱা মাৰে—সকলোৰে পৰিবৰ্ত্তন। কিন্তু এই নিয়ম উমাহঁতৰ কাৰণে নাখাটে। সৰলা ভানুৰ অন্তৰখন ভৰি আছিল স্বামী ভক্তিৰে। সিহঁতৰ কাৰণে ভগৱান নির্দ্দয়। অৰ্থ অনাতনত আৰু ডাক্তৰৰ অভাৱত বেচেৰী ভানুজনী একে নিশাৰ ভিতৰতেই কলেৰাত মৃত্যুৰ মূখত পৰে। মাতৃস্নেহ বঞ্চিতা মিনতিয়ে মাকক বিচাৰি টেটুফালি কান্দিলে। কান্দিলে জানো আৰু পাব? ভানু যে চিৰদিনৰ কাৰণেই সিহঁতৰ কাষৰ পৰা আঁতৰি অন্য এখন পৃথিবীলৈ গৈছে। বেচেৰাৰ দুনাই আৰু বিয়া কৰোৱা নহ'ল। অৰ্থৰ অভাৱ, খাবলৈ দুবেলা দুমুঠি নিমিলে। চিন্তাত তাৰ শৰীৰ অৱশ হৈ পৰিল। মিনতি এখোজ দোখোজ কৰি যৌৱনৰ দুৱাৰ দলিত উপস্থিত। তাই নীৰৱে ঘৰৰ সকলো কাম-বন কৰে। কেতিয়াবা গুণগুণাই বিয়া নাম গায়। লাহ বিলাসহীনা মিনতি স্বভাৱতে লাজকুৰীয়া। তাই লগৰ আন কোনো ছোৱালীৰ সৈতে নুফুৰে। আনকি কিছুমানে তাইক ইতিকিং কৰে। কিছুমানে তাইৰ ৰূপ দেখি অন্তৰত হিংসা ওপজে আৰু সুবিধা পালেই তাইক এৰাব নকৈ নেৰে। উমাই মিনতিক বুকুত বান্ধি দিনবোৰৰ লগত যুঁজ কৰি আগবাঢ়ি যায়। মিনতিৰ মুখত হাঁহি দেখিলে তাৰ হিয়া নাচি উঠে। মিনতিৰ কথা ভাবি ভাবি সি ভাগৰি পৰে। মিনতি যে গাভৰু, প্ৰেমৰ ভিক্ষাৰী। সি তাৰ পিতৃত্ব দায়িত্ব বুজি পায়। মিনতিকতো সদায় ঘৰত ৰাখিব নোৱাৰো। তাইকটো এজনৰ হাতত গটাই দিব লাগে। মিনতিৰ চিন্তাই তাক অৱশৰ পৰা আৰু অৱশ কৰি পেলাইছে। খোৱা-বোৱাৰ একো ঠিক নোহোৱা হৈ পৰিল সেয়ে সি ৰোগৰ মুখত পৰিবলৈ আৰু বেছি পলম নেলাগিছিল। উপায় হীন সি, পয়চাৰ অভাৱত ডাক্তৰৰ চিকিৎসা কৰিব পৰা নাই।

মিনতিয়ে যৌৱনৰ সকলো ৰেহৰূপ বিসৰ্জ্জন দি ওচৰৰ মৌজাদাৰৰ ঘৰত যায় কাম বিচাৰি। মিনতি মৌজাদাৰৰ ঘৰৰ চাকৰণী। ওৰে দিনটো লেদেনা ওকতি ভাত মোকলায় তাইৰো আৰু লগতে ৰোগীয়া বাপেকৰো। আজৰি নাই, বিশ্ৰাম নাই। এটাৰ ওপৰতে অন্য এটাৰ আদেশ—তাই নিৰ্ব্বিবাদে সকলো সহ্য কৰি কাম কৰি গৈ থাকে। ৰাতি ১১মান বজাত কামবন শেষ কৰি শুবলৈ যায়। বিচনাত পৰি ভগৱানক প্ৰাৰ্থনা কৰে তাইৰ যেন বাপেক আৰোগ্য হয়। চেনেহী মাকলৈ মনত পৰে, এটুপি চকুলো নিজৰি সৰে। দিনবোৰ কালৈকো বাট নেচাই—আগবাঢ়ি যায়।

প্ৰবীণ মৌজাদাৰৰ জেষ্ঠ পুত্ৰ। প্ৰেমৰ ভিক্ষাৰি হৈ সিয়ো যৌৱনৰ দুৱাৰদলিত উপনীত। সিয়ো বিচাৰে এখন মৰমৰ হিয়া। সিয়ো

কৰে প্ৰণয়ৰ কামনা বাসনা। আৰু মিনতি ? তাইৰ জানো কামনা-বাসনা নাই ? তাই আছিল চকুত লগা, দেখনিয়াৰ। প্ৰবীণে মিনতিক ভাল পায়—তাৰ অজ্ঞাতে তাৰ অন্তৰে বিচাৰি ল'লে আন এখন অন্তৰ। মিনতিক দেখিলে তাৰ ভাল লাগে—মৰম ওপজে তাইলৈ—তাইক আপোন বুলি ব্যৱহাৰ কৰে। সি মিনতিক ৰ লাগি চাই থাকে—সি ভাবে যেন মিনতিক এবাৰ বুকুত সুমুৱাই লৈ তাৰ অন্তৰৰ গুপুত ভাবৰাশি কৈ দিব। ক'লা পৰ্দ্দাৰ আঁৰ লৈ সি যায় মিনতিৰ ওচৰলৈ। মিনতিয়েও তাক আদৰি লয়, বুকুত বুকু মিলাই দিয়ে। নিজৰ নিজত্ব দুয়োৱে পাহৰি যায়। দূৰৈত সুখৰ জিলমিল ছবিটি ভাঁহি উঠে। মিনতিয়ে সুখৰ সপোন দেখে।

দিন আগবঢ়াৰ লগে লগে বাপেকৰ অৱস্থা বেয়াৰ ফালে ঢাল ল'লে। বচাৰ আশা খুব কমেই পৰিলক্ষিত হয়। সি বিচনাত পৰি পৰি কান্দে, তাৰ কান্দোনৰ ধ্বনি নিৰ্জন ঘৰটিৰ বেৰবোৰত ঠেকা খাই ঘৰৰ ভিতৰতে মাৰ যায়—"মিনতিক যে এঘৰত দিব নোৱাৰিলোঁ। তাই মোৰ কাৰণে কিমান কষ্ট স্বীকাৰ কৰিছে।" সি মূৰ্চ্ছা যায়—বিচনাত বাগৰি পৰে।

শনিবাৰ, বাপেকৰ টান কৰিছে। মিনতিক খবৰ দিয়াই মতাই অনালে। তাই চকুপানী টুকি টুকি বাপেকৰ কাষতে বহি আছে। সময়ে সময়ে বাপেকৰ মুখত এচলু পানী দি মুখখন তিয়াই আছে। বাপেকৰ মুখখন শেঁতা পৰি গৈছে। ওচৰৰ দুই এজনে খবৰ লবলৈ আহি ওচৰতে ঠিয় দি আছে। উমাই মিনতিক কাষলৈ চপাই ল'লে। ভগা ভগা মাতেৰে ক'লে— "কি পাপৰ ফলে জন্মিছিলি— তোক জীৱনত সুখী কৰিব নোৱাৰিলোঁ ; তই পালি মাথোন দুখ—অকালতে মাৰ মৰিল, তাতো ভগৱানে তোক সুখেৰে নেৰিলে। পুনৰ কৰিলে মৌজাদাৰৰ চাকৰণী।" "উস্" বুলি সেপ ঢুকি পুনৰ ক'লে— "তোক যে মই এঘৰত দিব নোৱাৰিলোঁ।" মিনতিয়ে বাপেকৰ বুকুত মূৰটো গুজি চকুপানী টুকিলে। হঠাতে উমাৰ মাত বন্ধ হল আৰু কথা কব নোৱাৰিলে—ওঁঠ দুটা কঁপিবলৈ ধৰিলে। এবাৰ জোৰেৰে চকু দুটা মেলি পুনৰ চিৰদিনৰ কাৰণে চকু মুদিলে। মিনতিয়ে চিঞৰি চিঞৰি কান্দিলে। তাই যেন চকুৰে অন্ধকাৰ দেখিলে। ভৱিৰ পৰা যেন এখন পৃথিৱী সৰি পৰিল। বাপেকক সাৱতি ধৰি তাই পৰি ৰ'ল।

গাৱঁৰ মানুহ গোটখালে ; আটায়ে মিলি এবাবাৰীৰ কাষৰ জুৰিটিৰ পাৰলৈ লৈ যায় উমাৰ মৃত দেহটি। চিতাত তুলি জ্বলাই দিয়ে —ভয় লগা জুইকুৰা। জিভা মেলি জুয়ে আগুৰে গোটেই চিতাখন—জুই জ্বলি উঠে ভীষণ আকাৰে। ৰঙা ৰঙা শিখাবোৰে নাচিব ধৰে, ক'লা ক'লা ধোঁৱাবোৰে আঁকাই পকাই অনন্ত আকাশৰ ওপৰলৈ উঠি যায়। মিনতিয়ে অবাক হৈ চাই থাকে। তাইৰ নিশ্বাশত ওলাই যায় —"শিখা"—জুৰিটিৰ বুকুত প্ৰতিধ্বনি উঠে "শিখা" —লাহে লাহে শূন্য বতাহৰ বুকুত লীন হৈ যায়।

---

# আঁউসীৰ ঘন অন্ধকাৰবোৰ

শ্ৰীভদ্ৰেশ্বৰ দত্ত,
২য় বাৰ্ষিক, বাণিজ্য।

ডিউটিৰ পৰা আহি সি ভৰিৰ পৰা গধূৰ বুটজোৰ খুলি বিচনাখনতে ঢলি পৰিল। শৰতৰ বিদায় বেলাত যদিও জাৰে ভুমুকি মাৰিছে, তথাপি তাৰ গাটো অসম্ভৱ ৰূপে গৰম হৈ উঠিছিল। খন্তেক পাচত চৌকাটোত জুইকুৰা জ্বলাই চচ্‌পেন্‌টো দি তাৰ বিচনাৰ ওচৰতে থকা চকিখনত বহি নীল বৰণীয়া বেটুপাতৰ Register Book এটা উলিয়াই এপাত এপাতকৈ লুটিয়াই পঢ়ি চাইছে। পানীৰ চোঁ চোৱনি শুনি সি উঠি গৈ চাহকণ খাই আকৌ বহীটো আগত লৈ বিচনাখনকে মেজ কৰি কিবা লিখিছে।............

"হেই ফুকন! কৰিছ কি? আহনা ভাই! আজি এখন খুউব ভাল পিক্‌চাৰ আহিছে। তই ভাই কিযে হৈ গৈছ। পুলিচৰ চাকৰি কৰিও আকৌ সেইখন কি কৰিছ।"

"আজি যাব নোৱাৰিম ভাই, বহুত কাম থাকিল। আজি শেষ নকৰিলেও চিৰদিনৰ কাৰণে থাকি যাব।"

"তোৰ নো কামৰ অন্ত হব কাহানিকৈ? বাৰু থাকিবি" বুলি কৈ জীতেনে চিনেমা চাবলৈ গ'লগৈ।

নীৰৱ-নিতাল ৰাতি। আঁতৰৰ টকী-হলটোৰ পৰা গানবোৰৰ ধ্বনি ভাঁহি আহি তাৰ কাণত স্পৰ্শ কৰিছেহি। থানাখন নগৰৰ এটা কোণত অৱস্থিত। তাত চহৰৰ হৈ চৈ নাই। চিনেমা চোৱা দুই এজাক ডেকাই বাটেদি যাওঁতে হাঁহি কিৰিলি মৰাৰ বাহিৰে বিশেষ একো কোৰ্হাল নাই।

সি লিখি যায়—অকনো নভবাকৈয়ে। তাৰ হৃদয়ত গুঞ্জৰি গুমৰি থকা প্ৰত্যেকটো শব্দই মুক্তিৰ প্ৰতিক্ষাত আজি যেন অকনো খোকোজা নলগাকৈয়ে ওলাই আহিছে কাপটোৰ আগেদি। আজি তাৰ "সমাধি" উপন্যাসখনি লিখা শেষ হব। যদিও সি পুলিচৰ দৰে এটা নিঠুৰ জীৱন অতিবাহিত কৰিছে, তাৰ অন্তৰ দুখীয়া-নিচলাৰে দুখত ফাটি যাব খোজে। সেয়েহে তাৰ সংস্কাৰমূলক লিখনৰি প্ৰতি ইমান ধাউতি। সি কবিতাৰ যোগেদিও সংসাৰৰ কোমল কোমল ভাৱবোৰ, বলীয়ে নিৰ্ব্বলীৰ ওপৰত কৰা অত্যাচাৰ-বোৰ ফুটাই তোলে। অসমৰ প্ৰায়বিলাক আলোচনীতে তাৰ গল্প, কবিতা, প্ৰৱন্ধাদিৰ বৰঙণি কম নহয়।

হঠাতে থানাৰ বৰ-কাঁহত ১২ টাৰ কোব পৰিল। সি চক্‌খাই উঠিল। তাৰ লিখা অলপ আগতে শেষ হৈ গৈছে। দুৱাৰখন বন্ধ কৰি সি প্ৰফুল্লৰ কোৱাৰ্টাৰ পালেগৈ। সিয়ো আহি ভাত ৰান্ধিবলৈ কাৰবাৰ কৰিছেহে। ফুকন গৈ তাৰ ওচৰতে বহিলগৈ।

"ভাত খালি ফুকন?"

"নাই খোৱা।"

"ভাতনো খাব লাগিছে কেলৈ। সাহিত্যিক হলেই হ'ল।"

"বাৰু সেইবোৰ যাবলৈ দে। যদি তই মোৰ প্ৰকৃত বন্ধু হৱ, তেনেকৈ আৰু নকৰি। আজি বিদায় বেলাত তোৰ ওচৰলৈ আহিলো বিদায় লবলৈ আৰু দেখা শুনাকৈ এসাজ খাবলৈ।"

প্ৰফুল্লই তাৰ কথাবোৰৰ অৰ্থ উলিয়াব নোৱাৰি অন্যমনস্ক হৈ ভাত বন্ধাত লাগিল। ভাত-পানী খাই সি প্ৰফুল্লক কবলৈ ধৰিলে— "ভাই প্ৰফুল্ল! বিদায়ৰ আগতে আজি তোক মোৰ জীৱন কাহিনী শুনাই যাম। তই শুন বা নুশুন মই ক'মেই। সেই সত্য কাহিনীবোৰ আজি বহুত দিনৰ পৰা মোৰ বুকুত ঢকা-ডিঙৰা লাগি ওলাই আহিবলৈ বিচাৰি আছে। তোক মই বিশ্বাস কৰোঁ অতি আপোন ভাবি। সেই-কাৰণে শুন—।"

প্ৰফুল্লই কয়—"তোৰ কি হৈছে? কি বললিছ এইবোৰ? আজি কবৰাত বেচিকৈ পিলিনেকি? মোৰ টোপনি ধৰিছে। বিহান্সে আকৌ যাব লাগে গোলাঘাটলৈ।"

"শুন, একো উপকাৰ নহলেও অনুভৱ কৰিবি যে, পৃথিৱীত মোৰ দৰে জীৱও আছে।" —হওঁতে মোৰ "সমাধি"ত অজানিতে মোৰ জীৱন কাহিনীও পৰোক্ষভাৱে বৰ্ণনা হ'ল। তথাপিতো শুন—

"মই জনাৰ পৰা আমাৰ আপোন বুলিবলৈ কেনো নাছিল। মাত্ৰ মই আৰু মোৰ আই। মই আছিলো আইৰ দেহলাও। মই পঢ়িছিলো দশম মান শ্ৰেণীলৈকে। কিন্তু এদিনৰ ঘটনাই মোক নৰকগামী কৰিলে।"

আয়ে মৃত্যু শয্যাৰ পৰা মোক ক'লে— মোৰো হেনো এজন পিতৃ আছিল। তেওঁ এজন কাৰবাৰীৰ দাস। তেওঁৰ কাম লবীত বস্তা তোলা। বেমাৰৰ বাবে এদিন তেওঁ কামলৈ যাবলৈ অপাৰগ হ'ল। কিন্তু গোলামৰ বেমাৰ আকৌ কি? গৰাকীৰ ঢমকনিত তেওঁ কামলৈ গ'ল। লবীত বস্তা তোলোতে তেওঁ অত্যন্ত কষ্ট পায় বেমাৰ বেচি হ'ল। চিকিৎসাৰ বন্দোবস্ত নহ'ল। এদিন আইক অনাথিনী কৰি তেওঁ গুচি গ'ল — স্বৰ্গলৈ নে নৰকলৈ। আমি তেতিয়া গৰাকীৰ ঘৰতে আছিলো। মোৰ হেনো তেতিয়া ২।৩ বছৰ মান হৈছিল। কামত মেনেহা কাৰণে গৰাকীয়ে আইক খেদি দিলে— আজিকালি চাকৰৰ অভাৱ নাই বুলি। সিদিনাৰ পৰা তেওঁ হ'ল বাটৰ ভিক্ষাৰিণী। এনে অৱস্থাত তেওঁ আত্মহত্যাকে কৰিলেহেঁতেন। কিন্তু মই হ'লো তেওঁৰ হাবমাস। মোক ভৰণ-পোষণ দিয়া আৰু ডাঙৰ মানুহ কৰাৰ আশাতে তেওঁ সংসাৰত যাক আজি ঘৃণাৰ চকুৰে চায়, যাৰ বাবে সমাজত স্থান নাই, তেনে এটা পথকে অৱলম্বন কৰিলে। নহ'লে যে আৰু অন্য উপায় নাই।............

আয়ে মোক এৰিথৈ গ'লগৈ। কাহিনীটো শুনি মোৰ শৰীৰৰ প্ৰত্যেক অঙ্গ-প্ৰত্যঙ্গতে তপত তেজৰ সোঁত বলিল। প্ৰতিশোধৰ মহা অগ্নিত মই জাহ গ'লো। যাৰ কাৰণে মোৰ পিতৃ-দেৱতাৰ অকাল মৃত্যু হ'ল, যাৰ কাৰণে আই সমাজৰ অতি তল খাপলৈ বাগৰি পৰিল আৰু মই সমাজত স্থান হেৰুৱালো। সেই নৰপশুৰ শোণিতৰ বাবে মোৰ প্ৰত্যেক মাংসপেশীয়েই তৃষ্ণাতুৰ হৈ উঠিল। "কৰাক কৰিলে পিতৃয়েও

পানী পায়।"—এই বাণীকেই সাৰোগত কৰিলোঁ। বিবেক হীন হ'ল। এদিন সন্ধিয়া সেই নৰপশুৰ ঘৰ পালোঁগৈ। এক মুহূৰ্ত্তও পলম নকৰি তাৰ বুকুত ভৰাই দিলো এপাত তীক্ষ্ণ অস্ত্ৰ। যন্ত্ৰণাত চট্ফটাই সি আৰ্ত্তনাদ কৰিলে। "পিতৃ-হত্যাৰ প্ৰতিশোধ—বুলি মই ওলাই আহিলোঁ। ভাগ্য ভাল কোনো পুৰুষ মানুহেই সেইদিনা ঘৰত নাছিল।···

তাৰ তেজেৰে লুটুৰি পুটুৰি হোৱা কাপোৰবোৰ সলাই ওচৰৰে ৰেলষ্টেচনটো পালোঁগৈ। ৰেলত উঠিলোঁ উদ্দেশ্য বিহীন হৈ। মোৰ সৰ্ব্বাঙ্গ শৰীৰ তেতিয়াহে কঁপিবলৈ ধৰিলে। ক্ষন্তেকৰ উত্তেজনাত মই নৰহত্যা কৰিলোঁ। ভৱিষ্যত পন্থা মই বিচাৰি নাপালো। ভাৱত তন্ময় হৈ থাকোতেই কোনোবাই ধমকি দি টিকেট্ বিচাৰিলে। তেতিয়াও মোৰ হুচ নাই। অলপ পাচতহে গম পালোঁ মই টিকেট নিকিনাকৈয়ে ৰেলত উঠিলোঁ। মোৰ যে জেপত এক পইচা নাই। জেলেই খাটিব লাগিব।

এজন যাত্ৰীয়ে কি ভাবি সুধিলে—"তুমি ক'লৈ যাবা?" মই ক'লো—"ক'ব নোৱাৰো।" ভদ্ৰলোক জনে মোৰ ফালে চাই তেওঁ যোৱা ঠাইলৈকে ভাৰাটো দিলে। পাচত মোক সুধিলে বহুতো প্ৰশ্ন। মই মোৰ চিনাকি এটা পিতৃ-মাতৃ হাৰা প্ৰাণী বুলি দিলোঁ।

তেৱেঁই—ভগৱানৰ কি ইচ্ছা জানো ক'ব নোৱাৰো—মোক পুত্ৰ-সম ভাবি নিজৰ ঘৰত আদৰ সাদৰকৈ ৰখালে। মইয়ো দুবছৰ তাতে থাকি এতিয়া এই পুলিচত সোমালো। কিন্তু মহাপাপ যে স্থূলকায়। ইয়াতো চি, আই, ডি। ধৰা পৰিলে জেল খটাতকৈ পলাই মুকলি-মূৰীয়া জীৱন ধৰাই শ্ৰেয়। এয়েই মোৰ থুলমূল জীৱনী। থাক দেই। সময়ৰ অপব্যৱহাৰে বিঘিনি ঘটাব। বিদায়·········

সি ওলাই গ'ল। প্ৰফুল্লই উদাস মনেৰে খিৰিকিখনেদি চালে— কিন্তু দেখিলে কেৱল আঁউসীৰ ঘন অন্ধকাৰবোৰ।

---

# শিল্পীৰ প্ৰেয়সী।

গল্প ] [ শৰৎচন্দ্ৰ

ধনীৰ দুলালী কবিতাই কান্দিছে।

এদিন সিও কান্দিছিল।

মানস আকাশৰ কামনাৰ ৰঙিণ চন্দ্ৰতাপ খন ধূসৰিত হোৱাৰ বেলিকা সি কান্দিছিল। উদাত্ত কণ্ঠৰ জয়গীতি শুনি হিয়াৰ মানৱীয়ে দানৱী বেশেৰে নিঠুৰ ভাৱে তাক পদাঘাত কৰোতে সি অশ্ৰুপাত কৰিছিল। বিৰহৰ, বিষাদৰ, বেজাৰৰ অশ্ৰু। তাৰ বাঙ্ময় গীতবোৰ হৈ পৰিছিল মূক, ছন্দহীন। চিন্তাবোৰ হৈ পৰিছিল স্থবিৰ, পঙ্গু। সি অনুভৱ কৰিছিল পৰিত্যক্ত, এন্ধাৰ আলহীঘৰ এটাত যেন সি অকলে। সি যেন এচেৰেঙা পোহৰৰ বাবে, এটি পথৰ বাবে বিশাল মৰুভূত দিশহাৰা বেদুইনৰ দৰে ভ্ৰমি ঘূৰিছিল।

"মানৱ, তোৰ শক্তি আছে, বিবেক আছে, প্ৰতিভা আছে ; সময় আহিছে, বিকাশ কৰিবলৈ চেষ্টা কৰ।" কোনোবাই যেন তাৰ কাণে কাণে কৈ গ'ল। অন্তৰাত্মাৰ দৈব বাণীত তাৰ চেতনা হ'ল। সি জীৱন সাগৰৰ উপকূল পালে। সি পৃথিৱীৰ বুকুৰেদি বাট বুলি বুলি আগুৱাই গ'ল—অকলশৰীয়া মহা প্ৰস্থানৰ যাত্ৰীৰ দৰে।

.........অৱহেলিত, অনাশ্ৰিত এক নগণ্য শিল্পীৰ জীৱন ; যাৰ বাবে কাৰো মমতা নাই, দৰদ নাই, অনুকম্পা নাই। সমাজৰ ব্যঙ্গ দৃষ্টি, অভাৱ অনাটনৰ দুঃসহ জ্বালাত সি কেতিয়াবা ভাগৰি পৰে। এফালে কলাৰ নীৰৱ সাধনা, আনফালে জীয়াই থকাৰ সুতীব্ৰ সংগ্ৰাম ; তাৰ দোমোজাত সি জঠৰ হৈ পৰে।

সি ভাস্কৰ। শিল্পী।

হিয়াৰ অপূৰ্ণতাৰ বেদনাখিনিক নিৰ্বাক, নিশ্চল মূৰ্ত্তিবোৰৰ মাজেদি ফুটাই তুলিবলৈ সি কাষ চপাই ল'লে ভাস্কৰৰ সামগ্ৰীবোৰ। ই তাক আনন্দ দিয়ে ; যুগ যুগান্তৰে চিনাকি কোনোবা অবিচ্ছেদ্য বন্ধুৰ সঙ্গ সুখৰ চৰম পৰিতৃপ্তি যোগায়। অসমান শিলা খণ্ডবোৰ সি পৰশ কৰে ; শিল্পী প্ৰতিভাৰ অপাৰ্থিৱ যাদু দণ্ডৰ পৰশত সৃষ্টি হয়—অনুপম মূৰ্ত্তিবোৰ। সেইবোৰ তাৰ কাষত জীৱন্ত হৈ পৰে। ভাস্কৰী দৃষ্টিৰে সি সিহঁতৰ মৌন কথাবোৰ বুজি পায়। হয়তো সিহঁতে কয় মানৱৰ কথা, "সত্যম্ শিবম্ সুন্দৰমৰ" কথা আৰু কয় হাজাৰ বছৰীয়া পুৰণি মানৱৰ পঙ্কিল ইতিহাসখনৰ কথা। প্ৰতি লোমকুপে হিয়াৰ দৰদ ঢালি সৃষ্টি কৰা ছলনা হীন, নিষ্কলুষ মূৰ্ত্তিবোৰে তাৰ উত্তপ্ত চুমাৰ পৰশত মিচিকিয়াই হাঁহে।......

নৈৰ পাৰৰ, এদৰা ঝাউনিৰ একাষে তাৰ সৰু ঘৰখন। প্ৰকৃতিৰ লগত নিবিৰ দোলেৰে বান্ধ খাই শিল্প কলাক সাধনা কৰিবলৈ সি নিৰলা ঠাইখন বাচি ল'লে। হিমে ধোৱা, পুৱাৰ বনৰীয়া গোলাপৰ মদিৰ গন্ধে তাৰ দুচকুত আমেজ সানে। আবীৰ সনা সন্ধিয়াবোৰে অনুভূতিত কঁপনি তোলে। প্ৰকৃতিৰ প্ৰশান্ত পৰিবেশে প্ৰাণত শান্তি দিয়ে, চিন্তাৰ খোৰাক যোগায়। বন্য শোভাই তাক সাধনাৰ শকতি দিয়ে।

তৃতীয়াৰ কেঁচুৱা জোনবায়ে ঝাউনিত ওলমি পৰি থাকি থাকি পাতল পোহৰবোৰ তাৰ পঁজাটোত সিচি দিয়ে।

ইমান মধুৰ জগতখন ! খু-উ-ব ভাল লাগে। সি হয়তো এক মুহূৰ্ত্তে নিঠুৰ বাস্তৱটো পাহৰি পেলায়।

সি কবিতা আওৰায়—তাহানিৰ কবিতা। গগৈ, দুৰৱা, ওমৰ, কিট্‌স, শ্বেলী, ইলিয়ট—বহুতৰ।.........

বেলি ওলোৱাৰ পৰা দিগন্তৰ শেষ সীমাত লীন নোহোৱালৈকে সি সৰু কুঠৰীটোৰ ভিতৰত শিল কাটি থাকে। অবিশ্ৰান্ত ভাৱে চলাই যোৱা হাতুৰী-বটালিৰ টুং টাং শব্দবোৰ নৈখনৰ বুকত ঠেকা খাই বাজি উঠে। তাৰ নিৰবচ্ছিন্ন পৰিশ্ৰমৰ ফলত শিলৰ বুকুত না না বিধৰ, না না ভঙ্গীৰ পাষাণ মূৰ্ত্তিয়ে গঢ় লয়। সি স্ৰষ্টা, সৃষ্টিতেই তাৰ সাৰ্থকতা ; শিল্পী জীৱনৰ চৰম পৰিতৃপ্তি।

বহুত দিন ধৰি সি সমাহিত চিত্তে কাম কৰি যায়—এটুকুৰা শিলৰ বুকুত অশৰীৰী

প্ৰতিমাৰ প্ৰাণ বিচাৰি। সি শিল কাটি যায়— কট্ কট্। তাৰ মাংসল বাহু দুটা কঁপি উঠে। কেতিয়াবা সি সৌৰজগতৰ এক পৃথিৱীখন, পৃথিৱীৰ বুকৰ ক্ষুদ্ৰতম পঁজাৰ অস্তিত্বটো পাহৰি যায়। হয়তো নিজকো। বেলি ওলায়, পৰে। চিৰতমা পৃথিৱীৰ গতিশীল পদক্ষেপে তাক সহঁাৰি দিয়ে, কৰ্ম্মৰ, জীৱনৰ ; সি খৰকৈ হাত চলায়।

কেতিয়াবা সন্ধিয়া সি নৈৰ পাৰত বহে ; বাঁহলৈ উভতি যোৱা চৰাইবোৰৰ গান শুনে। সিহঁতৰ অবুজ কণ্ঠস্বৰে তাক প্ৰেৰণা যোগায়। মাটিৰ চাকিটোত তেল-শলিতা দি জ্বলাই লৈ কামত লাগে। এন্ধাৰ ৰাতিটো আঁতৰি যাব খোজে। সমুখৰ প্ৰদীপটিয়ে টিমিক্ টামাক্ কৰে। দুৰণিত অকলশৰীয়া কেতেকীজনীয়ে বিনায়।

তাৰ ভাগৰ লাগে।

তাৰ চকুৰ পটালৈ টোপনি নামে।

হাতৰ হাতুৰি-বটালী দলিয়াই খীন পোহৰৰ মাজেদি আধা কৰা প্ৰতিমাখনিলৈ সাগ্ৰহে চাই সি শেতেলীত বাগৰ দিয়ে।

বিছনাত পৰি সি এৰি অহা উপবাসী দিন বোৰলৈ উভতি চায়। দীনতাৰে ঘেৰা নিঃস্ব জীৱনৰ খতিয়নখন সি কোনোদিনে মিলাব নোৱাৰে। নগণ্য জীৱনৰ সাধাৰণ অঙ্কটো নিমিলে কিয় ? সি ক'ত ভুল কৰি আহিছে ? তাৰ খং উঠে নিজৰ ওপৰত ; ভগৱানৰ ওপৰতো। সিও দেখোন ভগৱানৰ সৃষ্টিৰ এক নিয়মহে, ব্যতিক্ৰমতো নহয়।

তাৰ খু-উ-ব ভোক লাগে। সি পানী খায়। সি সকলো পাহৰি যাবলৈ চেষ্টা কৰে। কিন্তু এনেকৈনো আৰু কিমান দিন চলিব। কলা সাধনা কৰিবলৈ জীয়াই থাকিব লাগিব। তাৰ সূক্ষ্ম অনুভূতিবোৰক সজীৱ কৰি ৰাখিব লাগিব। সি খাব লাগিব।

এবা, সি জীয়াই থাকিবলৈ খাব লাগিব।

কোনো দিন সি হিয়াৰ ঘাম আৰু তেজ দি কৰা মূৰ্ত্তিবোৰ কেইটামান পয়চাৰ বিনিময়ত বিক্ৰী কৰে। তাৰে সি জীয়াই থকাৰ সামগ্ৰী কিনে -কণ, মুৰ্হি-লাড়ু আৰু কিবাকিবি। নিচেই সাধাৰণ দামত যাচি দিয়া অমূল্য মূৰ্ত্তিবোৰ মানুহে আগ্ৰহেৰে কিনে ; তাৰ সৃষ্টিক তাৰিফ কৰে, সৃজনী প্ৰতিভাক ওলগনি জনায়।

সি হাঁহি দিয়ে।

দিনবোৰ বাগৰে।

সি সফলতা লাভ কৰে। খহতা শিলৰ বুকত নাৰীৰ সৃষ্টি হয়। লাবনিমাৰ ৰেখাৰে পৰশা স্মিত বদনী ধুনীয়া নাৰী জনীয়ে বঙ্কীম ভঙ্গীত তালৈ চাই থাকে। সৃষ্টিৰ সৌন্দৰ্য্যৰ সঁফুৰা উজাৰ কৰি সৃষ্টি কৰা পাষাণ প্ৰতিমা খনিৰ চেলাউৰি জোৰা সি লেখনিৰে বোৱাই দিয়ে। ই তাৰ প্ৰেয়সীৰ প্ৰতিমূৰ্ত্তি। ইমান দিন স্মৃতিৰ শলিতা জ্বালি পাত পাত কৈ বিচাৰি অহা দেৱীয়ে শিলৰ বুকুত ধৰা দিয়েহি।

সি নিৰ্নিমেষ নয়নে পাষাণীৰ অবয়বটো লৈ চাই থাকে। তাৰ বুকুখন চেঁপি উঠে ; পৰশ কাতৰ মনটো অৱশ হৈ পৰে। সি আত্মহাৰা হৈ প্ৰিয়তমাৰ ৰঙা চেঁচা ওঠ দুখনত চুমা যাচে। জীয়া ওঠৰ মৃদু উমৰ পৰশত প্ৰতিমাই জিকাৰি দিয়ে।

এটোপ তপত চকুলো প্ৰেয়সীৰ চৰণ-যুগলত পৰি ৰয়, সি সপোন দেখে।

মৰহা অতীতটোৰ অপূৰ্ণতাৰ বেদনাৰে ধোৱা স্মৃতিৰ জোনাক ফেনেকি ফেনেকি সি আগুৱাই যায়।

"কবিতা! ক-বি-তা!" সি চিঞৰি দিয়ে……। ……বহুত দিন হ'ল। এদিন সি বায় চাহাবৰ আদৰৰ গাভৰু জীয়েক কবিতাক ভাল পাইছিল। কবিতা তাৰ সহপাঠী। সৰু নগৰখনৰ এচুকৰ কলেজ লনত সি কবিতাক প্ৰথম দেখিছিল। তন্বী, শ্যামা, সুতনু কবিতাৰ প্ৰথম দৃষ্টিয়েই সিহঁতৰ মাজত ভাল পোৱাৰ সৃষ্টি কৰিছিল। কবিতা ধুনীয়া। কবিতা ছাত্ৰ-মহলত 'বিউটি কুইন্'। কবিতাৰ ভাব-ভঙ্গী, চাল-চলন, এধাৰ মাতে বহুত ডেকাক স্বপ্নাতুৰ কৰি তুলিছিল। সিহঁতৰ পৰশ কাতৰ মনে কবিতাক দেখিছিল—সুদূৰ পাৰস্যৰ আঙুৰ বনত প্ৰতীক্ষাৰতা শুভ্ৰ বসনা, কৃশাঙ্গী চাকিৰ মাজত। হয়তো সিও।

ফুলনিৰ কাষে কাষে, পুখুৰীৰ পাৰে পাৰে সেউজীয়া ছবৰি গচকি দুয়ো পুৰণি বন্ধুৰ দৰে ফুৰিছিল। কোৱা-নোকোৱা আৰু আধা কোৱা কথা, বুজা-নুবুজা আৰু বুজিও নুবুজা ভাবা আৰু মৃদু হাঁহিবোৰে সন্ধিয়াৰ স্নিগ্ধ শোভাকো ম্লান কৰি তুলিছিল। নীলা আকাশৰ তলৰ শ্যামল ঘাঁহনিৰ মাজত কবিতাৰ কাষত বহি সি এটা ৰাতিৰ কথা উপলব্ধি কৰিছিল। জীৱনত প্ৰথম আৰু শেষবাৰৰ বাবে মিলনৰ বেদীত সপোন দেখা জুলিয়েটৰ কুঠৰীৰ সেই বিষন্ন ৰাতিটো। প্ৰেমৰ উদ্বেগত চটফটাই থকা হিয়া দুখনিৰ মিলন ৰাতি সেই দূৰণিৰ "নাইটিংগেল"টোৰ কি যে বীভৎস বিননি! এন্ধাৰ ভৰা সৰু কুঠৰী-টোত দুখনি বুকত চিৰন্তন প্ৰেমৰ প্ৰবল জোৱাৰ; বাহিৰৰ ডালিম ডালত পুৰতী নিশা "নাইটিংগেলৰ" কৰুণ স্বৰ—বিদায় বেলাৰ সঁহাৰি। ৰিণি ৰিণি শুনা বিহগৰ স্বৰটোৱে ৰোমিও-জুলিয়েটক চিৰ-কালৰ বাবে বিচ্ছেদ কৰাইছিল। কি যে নিঠুৰ প্ৰকৃতিৰ বিধান! যদি তাৰ জীৱনতো…… !!

সি নাভাবিলে। সি কবিতাৰ কাঁজল সনা নীলা চকু দুটালৈ চালে। কবিতাৰ মূক দৃষ্টিয়ে যেন তাকে ক'লে: "মই তোক ইমান ভাল পাওঁ সোণ, তই মোৰ।" হয়তো তাৰ পিপাসু দৃষ্টিয়ে প্ৰত্যুত্তৰত কৈছিল: "লাহৰী, তয়ে মোৰ সৰ্ব্বস্ব। ইমান দিন জীৱনৰ স্তৰে স্তৰে পাত পাত কৈ তোকেই বিচাৰি আছিছো। মোৰ কাষৰ পৰা আঁতৰি নাযাবি, মানসী।"……

কবিতাৰ সান্নিধ্যই তাৰ অনুভূতিবোৰ ৰঙিণ কৰি তুলিছিল।

প্ৰেমৰ উৎকণ্ঠাই প্ৰাণত যি প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল, সেই অবুজ ভাববোৰে ছন্দৰ সুষম ধ্বনিত তাৰ কাষত ধৰা দিছিল। সি কবিতা লিখিছিল; প্ৰেমৰ কবিতা, সুন্দৰৰ কবিতা আৰু তাৰ প্ৰিয়তমা কবিতাৰ কবিতা। তাৰ ছন্দই মানৱী কবিতাক কন্দুৱাইছিল। সহপাঠীসকলে তাৰ কবিতা পঢ়ি তাক ৺গনেশ গগৈৰ আখ্যা দিছিল। কবিতাৰ সকৰুণ দৃষ্টি জোৰৰ কাষত ডেকা কবিৰ বেশত ঠিয় দিওঁতে তাৰ বুকুখন ফুলি উঠিছিল; অনুভূতিৰ আমেজ সনা লেতু-সেতু কবিতাজনীক বুকুৰ কাষলৈ চপাই আনি কোমল ওঁঠ দুখন চুমাৰে ওপচাই দিবৰ মন গৈছিল। কিন্তু………

* * * *

সি নোৱাৰিলে। কবিতাক দেখি তাৰ চিঞৰি দিবৰ মন গৈছিল। হিয়াৰ ৰঙা জৰাৰে সজোৱা নৈবেদ্য সম্ভাৰ কবিতাই নিমিষতে চুৰমাৰ কৰিলে। কবিতাও ইমান পাষাণী হ'ব পাৰে!

সি চকু দুটা মোহাৰি আকৌ এবাৰ চালে; দেখিলে—কথাছবিৰ ঘৰত তাৰপৰা তুখন চকিৰ কাষত কবিতা; আৰু পাতল এন্ধাৰৰ আঁৰে আঁৰে কবিতাৰ কোমল বুকুত চাহ খেতিয়কৰ সন্তান—নীলিমৰ হাতৰ আলসুৱা পৰশ।

কি বীভৎস!

কবিতাই তাক দেখিছিল; দেখিও নেদেখিলে। তাৰ কাণত পৰাকৈ কুৎচিৎ মন্তব্য কৰিলে। কেৱল এটা কথাই তাৰ হিয়াত খুন্দিয়াব ধৰিলে: সি গৰীব, নীচ।

সি জোৰেৰে চকু দুটা চেপি ধৰিলে। তাৰ হিয়াত আগ্নেয় গিৰিৰ সৃষ্টি হ'ল। পৃথিৱীখন কঁপিব ধৰিলে। সি বেগাই কথা ছবি ঘৰৰ পৰা ওলাই ৰাজ পথত নামি পৰিল।

* * * *

পাঁচ বছৰৰ পিচত।

আজি কবিতাই কান্দিছে। অচিন শিল্পীৰ হাতত নিজৰ প্ৰতিমূৰ্ত্তিখন দেখি কবিতাই কান্দিছে। প্ৰতিমাৰ পাদ তলত লিখা আছে—তাৰ কলেজীয়া জীৱনৰ শ্ৰেষ্ঠ কবিতাটোৰ শেষ স্তবক যিটো কবিতাৰ নিচেই চিনাকি—

জ্যোৎস্নাৰ ম্লানিমাই
পলাশৰ পাপৰিয়ে
কান্দি কান্দি মোক কন্দুৱায়,
কবিতাৰ ছন্দ হেৰায়।

কবিতাই কান্দিছে (?)

---

# ললিত কলা বিভাগৰ বছেৰেকীয়া প্ৰতিবেদন।

শ্ৰীযুতীন্দ্ৰনাথ ফুকন
সম্পাদক, ললিত কলা বিভাগ।

"সত্যং শিবং সুন্দৰম্"—

যুগ পৰিবৰ্ত্তনৰ লগে লগে শিল্প কলা সাহিত্য সঙ্গীতৰ ক্ৰম বিকাশ হোৱাটো স্বাভাবিক। বৰ্ত্তমান যুগৰ কলা-কৃষ্টি আদিৰ মাজত প্ৰগতিশীলতাৰ পৰিচয় ঘনীভূত হৈ উঠাৰ লগে লগে আধুনিকতাৰ প্ৰলেপো যথেষ্ট পৰিমানে সনা হৈছে। চিত্ৰবিদ্যা, ভাস্কৰ্য্য আদিৰ ক্ষেত্ৰত প্ৰাচীন গৌৰৱে আজিও বিজয়ৰ ধ্বজা উৰাই থাকিব পাৰিছে। অজন্তাৰ বিতোপন কাৰুকাৰ্য্য, তাজমহলৰ অলৌকিক কাৰুকাৰ্য্য আদি আৰু শিলালিপি, তাম্ৰ লিপিও প্ৰাচীন ভাৰতীয় চিত্ৰ বিদ্যাৰ চিন। বৰ্ত্তমানে ভাৰতীয় যাদু ঘৰত এই চিত্ৰৰ বহুতো চিহ্ন দেখা যায়। ইউৰোপৰ বহুতো জাতিয়েই সভ্যতাৰ ওখ খাপত উঠাৰ আগেয়েই ভাৰতীয় কলা-কৃষ্টিৰ-সংস্কৃতিৰ নিদৰ্শনাই সমগ্ৰ বিশ্বকে চমক খুৱাইছিল। ......এই ক্ষেত্ৰত

